# অসমীয়া গীতি-সাহিত্য

আৰু

# অন্যান্য প্ৰবন্ধাৱলী

মহেশ্বৰ নেওগ, এম্. এ., ডি.-ফিল্.
অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়

১৯৫৮

জনতা বুক্ ষ্টল
তেজপুৰ : অসম

ডক্টৰ মহেশ্বৰ নেওগৰ

সম্পাদিত পুৰণি সাহিত্য

শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ভক্তি-প্ৰদীপ

কীৰ্ত্তন-ঘোষা আৰু নাম-ঘোষা

পীতাম্বৰ কবিৰ উষা-পৰিণয়

দুৰ্গাবৰী গীতি-ৰামায়ণ

হৰিবৰ বিপ্ৰৰ বব্ৰুবাহনৰ যুদ্ধ

হৰিবৰ বিপ্ৰৰ লৱ-কুশৰ যুদ্ধ

শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ

ৰামানন্দ দ্বিজৰ গুৰু-চৰিত

দ্বিজ ৰামৰ মৃগাৱতী-চৰিত্ৰ বা চাহাপৰী উপাখ্যান

আচাৰ্য্য-সংহতি

সম্পাদিত নাট্যশাস্ত্ৰ

শুভঙ্কৰৰ হস্তমুক্তাৱলী ( সংস্কৃত ), মাদ্ৰাজ মিউজিক একাডেমি

সম্পাদিত সঙ্কলন

সঞ্চয়ন ( আদিৰপৰা সাম্প্ৰতিকলৈ অসমীয়া কবিতা

ভক্তি-গীত-সঙ্কলন ( শঙ্কৰোত্তৰ গীতাৱলী

চটাই পৰ্বত আৰু ছিৰি লুইত ( অসমীয়া লোক-গীতি

সাহিত্য আৰু সাহিত্যিকৰ বিষয়ে আলোচনা

শ্ৰীশ্ৰীশঙ্কৰদেৱ

Sankaradeva and His Predecessors

পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি

অসমীয়া গীতি-সাহিত্য

সাধুকথা

ডাৱৰৰ সিপাৰে ধুনীয়া দেশ

Nanda Talukdar
Orient Rays
Gauhati

A/L

# অসমীয়া গীতি-সাহিত্য

আৰু

# অন্যান্য প্ৰবন্ধাৱলী


মহেশ্বৰ নেওগ, এম্. এ., ডি.-ফিল্.

অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়



১৯৫৮

জনতা বুক্ ষ্টল

তেজপুৰ ঃ অসম

ASAMIYA GITI-SAHITYA, essays on folk-songs and ballads and festivals of Assam, by Dr. Maheswar Neog, Reader, Gauhati University, Gauhati, published by Shri Badan Chandra Lahkar, Janata Book Stall, Tezpur, 1958

প্ৰকাশক :
শ্ৰীবদনচন্দ্ৰ লহকৰ
জনতা বুক ষ্টল
তেজপুৰ, অসম

প্ৰথম প্ৰকাশ, জুলাই ১৯৫৮

মূল্য : তিনি টকা

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

¶ এই সংগ্ৰহৰ লেখাবোৰ বিভিন্ন অৱসৰত লিখা হৈছিল। শ্ৰীৰঘুনাথ চৌধাৰী ডাঙৰীয়াৰ সম্পাদিত "সুৰভি"ত (১৯৪৬) প্ৰকাশিত হৈছিল 'অসমীয়া গীতি-সাহিত্য'ৰ প্ৰথম ভাগ; পিছৰখিনি সেই সময়তে লিখা হৈছিল যদিও কেনেবাকৈ হেৰাল। শ্ৰীচক্ৰেশ্বৰ ভট্টাচাৰ্য্য আৰু কমলনাৰায়ণ দেৱৰ সম্পাদিত "জয়ন্তী"ত (১৯৪৫) 'চটাই পৰেবত আৰু ছিৰি লুইত'ৰ অন্তৰঙ্গ প্ৰথম ছটা প্ৰবন্ধ প্ৰকাশ পায়; ইয়াত সন্নিৱিষ্ট বাকী দুটা প্ৰবন্ধ ওলায় ডাক্তৰ দীননাথ শৰ্ম্মাৰ "আৱাহন"ত (১৯৪৭ আৰু ১৯৫৫)। সুকীয়া সুকীয়া সময়ত ৰচিত হ'লেও এই প্ৰবন্ধ-বোৰৰ মাজেদি দুটা কথাত আমাৰ দৃষ্টি আছিল যেন লাগে,—লোক-গীতিৰ স্বাভাৱিক সৌন্দৰ্য্য, আৰু সামাজিক তাৎপৰ্য্য। সেই কাৰণেই সকলোখিনি গোটাই এই প্ৰকাশত একেলগ কৰা হ'ল, বিশেষকৈ কেইবাজনো বন্ধুৰ সকীয়নিত। এই প্ৰসঙ্গত অনুজপ্ৰতিম শ্ৰীপ্ৰশান্তকুমাৰ বৰুৱাৰ নাম নল'লে নচলে।

॥ অসমীয়া লোক-গীতিৰ ক্ষেত্ৰ বৰ বহল। অনেক গৱেষক পণ্ডিতৰ মুখলৈ চাই সি পৰি আছে। বৰ্ত্তমান সংগ্ৰহত সেই ক্ষেত্ৰৰ এটি বিহঙ্গম-দৃষ্টি মাত্ৰ পোৱা যাব পাৰে। 'অসমীয়া গীতি-সাহিত্য'ত বিহুনাম-বন-গীতৰ সাধাৰণ চিনাকি দি 'চটাই পৰ্ব্বত আৰু ছিৰি লুইত'ত বহল আলোচনা কৰিবৰ মানস আছিল; কিন্তু সি অপূৰ্ণ থাকিল। তদুপৰি, এই লেখাবোৰ, বিশেষকৈ দ্বিতীয় খণ্ডত, বৰ সমালোচনামূলক আৰু গধুৰ কৰিবৰ প্ৰয়াস এৰি ঘৰুৱা কথা-প্ৰসঙ্গৰ লাহ-লহৰ ৰাখিবলৈহে যেন যত্ন কৰিছিলো। 'চটাই পৰ্ব্বত আৰু ছিৰি লুইত' নামটো এনে মনোভাবৰপৰাই উদ্ভূত হ'বপায়। ই কিজানি তলে তলে The red river and the valley blue, এই সুৰলা ইংৰাজী গীতটিৰ দূৰণিবটীয়া প্ৰতিধ্বনি। নামটো আনবোৰে পছন্দ হৈছিল, কোনোজন বন্ধুৱে তাক নিজৰ প্ৰবন্ধৰ নামকৰণ ৰূপে ব্যৱহাৰ কৰাৰপৰা অনুভৱ কৰিব পাৰি। পাঠক-সমাজক আহুকাল দিয়া তেনে আন এটি নাম 'বনগীতত বুৰঞ্জীৰ আঁচোৰ।' ইয়াত আমি বনগীতৰ ফুল-কোমল শৰীৰক বুৰঞ্জীৰ বন-বিড়ালীয়ে আঁচুৰি-বাকুহি সাং কৰাৰ ইঙ্গিত ৰখা নাই। বৰঞ্চ, বুৰঞ্জীৰ মাইলৰ খুটিৰ ছাঁ বনগীতত পৰিছেনেকি, তাৰহে বিচাৰ কৰিবলৈ যত্ন কৰিছো।

॥ ইয়াত আলোচিত গীতবোৰৰ বিষয়ে ক'বৰ কথা আন অনেক আছে। সকলোতকৈ ধ্যান দিব লগীয়া বিষয় সিবোৰত বৰ্ত্তমান আন্তৰ্জ্জাতিক লোক-সাহিত্যৰ সাধাৰণ motif-বোৰ। তাৰ উপৰি, বিভিন্ন অসমীয়া আৰু অসমৰ জনজাতীয় লোক-গীতি আৰু সাধুৰ মাজতো কিছুমান সাধাৰণ সূত্ৰই ধৰা দিয়ে। ৰাধিকা শান্তী আৰু হাইদাং গীতৰ ৰূপী-কুৰূপী একেই 'শঙ্কৰৰ জীয়ৰী, মাধৱৰ বোৱাৰী।' মণিকোঁৱৰ আৰু ৰূপী-কুৰূপীৰে পিতাৰ নাম একেই শঙ্কৰদেউ ৰজা। ফুলকোঁৱৰৰ



পৰিত্যক্ত পুত্ৰ অৰুণা-জগৰাৰ বিলাপে মনলৈ মাতি আনে প্ৰণয়-গাথাৰ চাহাপৰী বা মৃগাৱতীৰ দুই পুতেক আমিৰা-সামিৰাৰ কথা। মন্নামতী, গোপীচনৰ নাম যেনেকৈ বঙ্গলৈকে বিয়পিছে, অসমীয়া পচতুলা-পাচতুলাৰ নাম বঙলা 'কালু-গাজী-চাম্পাৱতী-পাঁচালী'ৰ ভিতৰতো। জয়ধন বণিয়াৰ বাৰমাহী গীতত মাণিক সাউদে বণিজৰপৰা আহি এটা বছৰৰ মাহৰ পিছত মাহ ধৰি নিজৰ পতিব্ৰতা পত্নীক নানা প্ৰলোভন দেখুৱাই আৰু উত্তেজিত কৰিবলৈ যত্ন কৰি পৰীক্ষা কৰে, আৰু শেষত নিজৰ পৰিচয় দিয়ে। ঠিক এনে ধৰণৰ পৰীক্ষাৰ কথা আছে চাটিগাঁৱৰ দৌলৎ কাজীৰ (১৭ শ শতিকা) অসম্পূৰ্ণ লোৰ-চন্দ্ৰানীৰ পাঁচালীত; ৰত্না মালিনীয়ে কুট্টিনী-ৰূপে বাৰ মাহ বিৰহিণী ৰাণী ময়নাৱতীক বিচলিত কৰিবৰ বিফল যত্ন কৰে। (ড° সুকুমাৰ সেনৰ "ইসলামি বাংলা সাহিত্য" চাওক।) জয়ধন বণিয়াৰ গীতেৰে তুলনীয় কাহিনী পোৱা গৈছে ভোজপুৰী আৰু বঙলা লোক-গীতিৰ মাজতো। আনফালে আকৌ হিন্দী কবি মংঝনৰ প্ৰণয়-গাঁথা "মধুমালতী"ত আৰু অসমৰ কবিৰাজ চক্ৰৱৰ্ত্তীৰ শকুন্তলা-কাব্যৰ অন্তৰ্গত কামকলা-উপাখ্যানৰ ভিতৰত নায়িকাৰ বাৰ মাহৰ দুখৰ বৰ্ণনা সন্নিৱিষ্ট হৈছে। এইদৰে দেশ-কালৰ সীমা পাৰ হৈ লোক-চিত্তৰ সাৰ্ব্বজনীনতা প্ৰকাশ পাইছে।

॥ অসমীয়া লোক-সাহিত্যৰ সংগ্ৰহ, সম্পাদন আৰু প্ৰকাশন অতি আৱশ্যকীয় বিষয় হৈ আছে। শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস আদিয়ে এনে সংগ্ৰহ-কাৰ্য্য কৰি আছে; কিন্তু পুথি আকাৰে সংগ্ৰহখিনি একেখুপি হৈ প্ৰকাশ পোৱা নাই। বিশ্ববিদ্যালয়ৰ লোক-সাহিত্য আৰু জনজাতীয় গৱেষণা বিভাগে সংগ্ৰহ-প্ৰকাশৰ কাম হাতত লৈছে। ড° প্ৰফুল্লদত্ত গোস্বামীৰ আলোচনামূলক দুখনি পুথি ছপা হৈ ওলাইছে। নতুন লেখকসকলেও এই বিষয়ে মনোনিৱেশ কৰা সুখৰ কথা হৈছে।

॥ বড়ো-কছাৰীসকলৰ গীত-মাত সম্পৰ্কে টোকা সংগ্ৰহ কৰা হৈছিল ১৯৪৫ চনতে শ্ৰীবিষ্ণুপ্ৰসাদ ৰাভাদেৱৰপৰা। কলিকতাৰ Hindusthan Standard-অত এই বিষয়ে আমাৰ এটি এধানমান প্ৰবন্ধও ওলাইছিল। এতিয়া তাৰে ইয়াত পুনৰাবৃত্তি কৰা হ'ল। বিহু-বিষয়ক আৰু ডাকৰ বচনৰ সম্পৰ্কে প্ৰবন্ধ চাৰিটাৰো বিষয়-বস্তু সমপৰ্য্যায় বুলি ইয়াতে লগাই দিয়া হ'ল। জাতীয় সঙ্গীত বুলি আমি আজি বেজবৰুৱাৰ 'অ' মোৰ আপোনাৰ দেশ' সভায়-সমিতিয়ে নাগাওঁ। কাৰণ, আজি জাতি অৰ্থত আমি সকলো ভাৰতীয়কে বুজিব লাগে। আমাৰ প্ৰকাশটি কিন্তু 'অ' মোৰ আপোনাৰ দেশেৰে' (৪৯২ শঙ্কৰাব্দৰ ২৭শ বছৰ ৰঙালী বিহু-সংখ্যা বাঁহীত প্ৰকাশিত) সামৰিলো।

॥ ছপাশাললৈ কিতাপখন যুগুত কৰাত সহায় কৰিছিল শ্ৰীৰামমল ঠাকুৰীয়া, এম্. এ., শ্ৰীমতী লক্ষীপ্ৰিয়া হাজৰিকা (এতিয়া বৰুৱা), শ্ৰীঅৰুণচন্দ্ৰ ডেকা, বি. কম্., আৰু শ্ৰীনীলকান্ত মহন্তই। চাৰিওকে ধন্যবাদ। আৰু ধন্যবাদ প্ৰকাশক জনতা বুক্ ষ্টলৰ গৰাকী শ্ৰীবদনচন্দ্ৰ লহকৰ আৰু মুদ্ৰক নৱজীৱন প্ৰেছৰ গৰাকী শ্ৰীকালীচৰণ পালক।

॥ ইতি ॥ গুৱাহাটী বিশ্ববিদ্যালয় ॥ ১ জুলাই ১৯৫৮ ॥

## ॥ অসমীয়া গীতি-সাহিত্য ॥

॥ ভূমিকা ॥ ১ ॥
॥ বিহুনাম আৰু বনগীত ॥ ১৪ ॥
॥ বিয়া-নাম ॥ ১৯ ॥
॥ ধাই-নাম, ধেমালি-নাম ॥ ২৬ ॥
॥ আই-নাম ॥ ২৮ ॥
॥ গোসাঁই-নাম ॥ ৩০ ॥
॥ সদাশিৱৰ নাম ॥ ৩১ ॥
॥ দেহবিচাৰৰ গীত, টোকাৰী-গীত ॥ ৩২ ॥
॥ বাৰমাহী গীত ॥ ৩৭ ॥
॥ নাও-খেলৰ গীত ॥ ৩৮ ॥
॥ জুনা ॥ ৩৯ ॥

॥ কাহিনী-গীতি বা বেলাড ॥ ৩৯ ॥
॥ ডুবলা শান্তীৰ গীত ॥ ৪০ ॥
॥ ফুলকোঁৱৰ আৰু মণিকোঁৱৰৰ গীত ॥ ৪১ ॥
॥ ৰাধিকা শান্তীৰ গীত ॥ ৪৪ ॥
॥ জয়মতী কুঁৱৰীৰ গীত ৪৫ ॥
॥ নাহৰৰ গীত ॥ ৪৫ ॥
॥ চিকণ সৰিয়হৰ গীত ॥ ৪৭ ॥
॥ হৰদত্ত-বীৰদত্তৰ গীত ॥ ৪৭ ॥
॥ বাখৰ বৰাৰ গীত ॥ ৪৭ ॥
॥ বৰফুকনৰ গীত ॥ ৪৮ ॥
॥ সাধু-কথাৰ গীত ॥ ৪৯ ॥
॥ হাইদাং-গীত ॥ ৫০ ॥
॥ মায়ামৰীয়া ৰণুৱাৰ গীত-মাত ॥ ৫০ ॥
॥ জিকিৰ ॥ ৫২ ॥

## ॥ চটাই পৰ্ব্বত আৰু ছিৰি-লুইত ॥

॥ ঋতুৰ পৰশ আৰু গীতৰ জনম ॥ ৫৭ ॥
॥ হুচৰি আৰু বিহু-তলি ॥ ৬১ ॥
॥ ৰং-ৰূপহ আৰু চেনেহ-চানেকি ॥ ৬৪ ॥
॥ 'ভোকৰ ভাত, পিয়াহৰ পানী' ॥ ৭১ ॥
॥ 'আইদেৱে কি বন পাবে ?' ॥ ৭৩ ॥
॥ ডেকাৰ সুখৰ-দুখৰ জীৱন ॥ ৭৮ ॥
॥ বনগীতত বুৰঞ্জীৰ আঁচোৰ ॥ ৮৫ ॥
॥ বনগীতত ভূগোলৰ অক্ষৰেখা ॥ ১০৫ ॥



॥ বড়ো-কছাৰীসকলৰ গীত-মাত ॥১১১॥
॥ চ'তৰ বিহু ৰঙালী ॥ ১১৬ ॥
॥ মাঘৰ বিহু ভোগালী ॥ ১২২ ॥
॥ কাতিৰ বিহু কঙালী ॥ ১৩১ ॥
॥ ডাকৰ বচন বেদৰ বাণী ॥ ১৩৪ ॥
॥ 'অ' মোৰ আপোনাৰ দেশ' ॥ ১৪১ ॥
॥ গীতৰ পুথি ॥ ১৫১ ॥

*

* * *

চটাই পৰেবতে    ধুঁৱলী-কুঁৱলী
কোনে ভাতে বান্ধি থায়

*

* * *

*

চিৰিপ চিৰিপ কৰি    কাপোৰ ধুই আছিলো
ছিৰি লুইতলৈ চাই

* * *

*

# অসমীয়া গীতি-সাহিত্য

## ॥ ভূমিকা ॥

অনুভূতিশীল মানুহৰ অন্তৰখন আৰু বাহিৰৰ বিশ্বজগতখনৰ ৰূপৰ জিলমিলনি—ইয়াৰ মাজতেই মানুহৰ পাৰ্থিৱ সুখৰ আশা-আকাঙ্ক্ষাবোৰ আৰু অতীন্দ্ৰিয় অৰূপৰ ছঁয়া-ময়া। বাহিৰৰ সৌন্দৰ্য্যই আমাৰ অন্তৰত কিবা এটি অভিনৱ আনন্দৰ আৰু তাৰ লগে লগেই কোনো দিনেই নেদেখা-নুশুনা কিবা আন এটি আনন্দৰ শিহৰণৰ আশা জগাই দিয়েহি। সেই কাৰণে আদিম অৱস্থাৰেপৰা মানুহ কল্পনা-প্ৰৱণ আৰু বোধ হয় সভ্যতাৰ চূড়ান্তলৈকে এই প্ৰৱণতা জীয়াই থাকিবই। মানুহৰ অনুভূতিৰ এই সূক্ষ্ম স্পন্দনে চিৰকালই বায়ু-তৰঙ্গৰ মাজৰ শব্দৰ স্পন্দনৰ ভিতৰেদি আত্ম-প্ৰকাশ ভিক্ষা কৰি আহিছে। এইখিনিতেই ভাষাৰ, কাব্যৰ, সাহিত্যৰ জন্ম। মেঘবোৰে আকাশত ধেমালি কৰা দেখিলে, সেউজীয়া গছ-পাতৰ মাজৰপৰা চৰাইটোৰে চিঁ-চিওৰাঁ শুনিলে, চেনেহৰজনে মূৰত হাত ফুৰাই দিলে, বুকুত সাবটি ল'লে, আমাৰ মনত আনন্দৰ ভাব এটিয়ে ঢৌ খেলি

যায়। কিন্তু তাৰ সিমানতেই জানো শেষ? সেই ভাবটো যেন আনকো কৈ দিম, আন এজনকো যেন সেই আনন্দৰ একেৰি ভাগ দিম, এই আশাৰ উন্মাদনা এটাই বুকুখন হেঁচা মাৰি ধৰে। এইযে আত্ম-প্ৰকাশ আৰু আত্ম-প্ৰসাৰৰ হেঁপাহটো, সিয়েই কাব্যৰ আৰম্ভণী গীতিকা। সকলো দেশৰে সকলো জাতিৰে সকলোৰে অন্তৰত এই হেঁপাহ আছে। সেই দেখিয়েই হ'বলা সকলো জাতিৰে সভ্যতাৰ আদিম অৱস্থাৰেপৰা নানা গীত-মাতৰ সৃষ্টি।

আধুনিক জগতৰ সাহিত্যবিলাকলৈ মন কৰিলে দেখা যায় গদ্য ৰচনাতকৈ কাব্য-ৰচনাই সদায় দুখোজমান আগ-বাঢ়ি খোজ লৈছে। কোনো গদ্য-ৰচনা লিখিত অৱস্থাত নাথাকিলে পিছৰ যুগলৈ সি চলি আহিব নোৱাৰে। কিন্তু কাব্যৰ লগত স্মৃতি-শক্তিৰ বিশেষ সম্বন্ধ। কাব্যত যি সুৰৰ ঢৌ আছে, সেইটোৱে মানুহৰ মস্তিষ্কৰ ঢৌৰ লগত মিলি বহুত দিনলৈকে তাতে জিৰণি ল'ব পাৰে। কাব্যৰ এই স্মৰণীয় গুণ ( memorability ) থকা বাবেই পুৰুষানুক্ৰমে বহুতো গীত-মাত অনেক যুগ অতিক্ৰম কৰি একোটা জাতিৰ মাজত জীয়াই থাকে। মৌখিকভাৱে চলি অহা বাবেই এই শ্ৰেণীৰ সাহিত্যৰ অনেকখিনি আৱৰ্জ্জনা হয়তো কালৰ ঘঁহনি খাই এৰাই পৰিছে, আৰু তাৰ বাছকবনীয়া অংশহে আহি আমাৰ হাতত পৰিছে। মানুহৰ আত্ম-প্ৰকাশৰ হেঁপাহ ইমান শকত, আৰু সেই প্ৰকাশৰ চিৰত্ব সম্বন্ধে



মানুহৰ চিন্তা ইমান বেছি যে, সেই হেঁপাহে কালক্ৰমত লিপিৰ আৱিষ্কাৰৰ মূল হৈ পৰিল। গতিকে লিখিত সাহিত্যৰ সৃষ্টি হ'ল আৰু গদ্যয়ো এই সুচলতে সাহিত্যৰ সুঁতিত নিজৰ ভৰা নাও এৰি দিবলৈ এক সুবিধা বিচাৰি পালে। কিন্তু ভাষাৰ জন্ম-কালৰেপৰা চলি অহা কিছুমান গীত-মাত মৌখিকভাৱেই পৰি থাকিল। যুগৰ পৰিৱৰ্ত্তনৰ লগে লগে সিহঁতৰো অনেক সালসলনি ঘটিল; নহ'লে হয়তো সিহঁতৰ চিৰন্তনতাই ঘাটি খাব লাগিলহেঁতেন। মৌখিক প্ৰচলনৰ এই যুগমীয়া ৰচনাবোৰকেহে আমি গীতি-সাহিত্য বুলিছো।

সকলো দেশতেই গীতি-সাহিত্যৰ প্ৰচলন আছে। এই ধাৰা সাহিত্যৰ কিছুমান বিশ্বজনীন লক্ষণো আমাৰ চকুত পৰে। অতি চমুকৈ ক'ব লাগিলে এই সাহিত্যৰ ভাব-অনুভূতিৰ আৰু ভাষাৰ ৰচনা-প্ৰণালীৰ সৰলতাই ( simplicity আৰু sincerity ) ঘাই বৈশিষ্ট্য। ইয়াৰ কাৰণ, সভ্যতাৰ পৰশ নোপোৱা, সৃষ্টিৰ গৰ্ব্ব লৈ বুকু নিফিন্দোৱা, জাতিৰ কেঁচুৱা অৱস্থাৰ সকলো লোকেই সৰল। সত্য-প্ৰিয়তা আৰু অনুভূতিৰ স্বাভাৱিকতাৰ ভাষা সদায়েই সৰল। ভাৱৰে বা ভাষাৰে বিলাসিতা এই গীত-মাতবোৰত থাকিব পাৰে বা নথকা নহয়; কিন্তু সেই বিলাসিতাৰ ভঙ্গীও অতি সহজ আৰু সৰল। সাধাৰণ পক্ষত দেখা যায় যে, এই গীত-মাতবোৰৰ লগত সভ্যতাৰ ভীষণ শত্ৰুতা। য'ত

সভ্যতাই গা কৰি উঠিছে, তাতে পুৰণি গীত-মাতৰ নতুন সৃষ্টিৰতো মুদা মৰিছেই, আগৰ অস্তিত্বও অতীত হৈ পৰা সৰলতাৰ যুগৰ লগতে লোপ পাবলৈ উপক্ৰম কৰিছে। আধুনিক কাব্যৰ লগতো ( literary poetry ) সহজতা-সৰলতাৰ বৈশিষ্ট্যৰ বাবেই গীতি-সাহিত্যৰ অমিল। গীতি-সাহিত্য জানিবাঁ হাবি-বননিৰ বনফুল; আধুনিক কাব্য আকৌ নিতৌ কৃত্ৰিমতাৰ হাতৰ পৰশ পোৱা ফুলনিৰ ফুল। গীতি-সাহিত্যৰ আৰু এটি লক্ষণ—আধুনিক কাব্যৰ দৰে লেখকৰ নামৰ বিজ্ঞাপন তাত নাই। ইয়াৰ কাৰণ অৱশ্যে ৰচকৰ আত্মগোপনৰ স্বভাৱটোৱেই নহয়। কোনোবা কালতেই মুখে মুখে ৰচিত হোৱা দুই-এটা গীতত—এটাই-বোৰততো হ'বই নোৱাৰে—ৰচকৰ নাম থাকিলেও সময়ৰ লগে লগে সেই নাম মানুহে পাহৰি পেলালে বা নতুন ৰচকে সেই গীতত হাত ফুৰোৱা বাবে আগৰজনৰ নাম উফৰি গ'ল।

গীত-সাহিত্যৰ ৰচনাৰ কাল আৰু কি অৱস্থাত কি পদ্ধতি অনুসৰি ৰচিত হৈছিল, এই সম্বন্ধে পণ্ডিতসকলৰ মাজত মতানৈক্য আছে। কিছুমান গীত পৌৰাণিক আখ্যান অৱলম্বন কৰি ৰচিত হৈছিল, কিছুমান বা আকৌ দুই-এক বুৰঞ্জী-মূলক ঘটনা বা ব্যক্তিক কেন্দ্ৰ কৰি গোঁঠা হৈছিল। এই দুইবিধৰ ভিতৰত বুৰঞ্জীমূলক ৰচনাবোৰৰ কাল কিছু পৰিমাণে নিৰ্ণয় কৰিব পৰা গ'লেও পৌৰাণিক আখ্যানবোৰৰ ৰচনা-কাল বাছি উলিওৱা অতি কঠিন। পণ্ডিত হেমচন্দ্ৰ



গোস্বামীদেৱে অসমীয়া ভাষাৰ আৰম্ভণিৰেপৰা খ্ৰীষ্টীয় ৮০০ অব্দলৈকে আমাৰ সাহিত্যৰ অন্ধকাৰ যুগটোক গীতি-যুগ নাম দিছে, আৰু তাৰ পিছৰ কিছু কাললৈকে আঙুলিয়াই কৈছে, "অসমীয়া বিয়া-নাম আৰু কিছুমান বন-গীতেইহে এই যুগৰ একমাত্ৰ সাহিত্য-সম্পদ। নৰক-বাণৰ সমসাময়িক শদিয়াৰ ওচৰৰ ৰজা ভীষ্মকৰ জীয়েক ৰুক্মিণীক শ্ৰীকৃষ্ণই হৰি নিয়া কালতে কিছুমান গীত ৰচিত হৈছিল বুলি ধাৰণা কৰা হয়।" কিন্তু এই ধাৰণা পোষণ কৰা অসম্ভৱ, কাৰণ ভীষ্মকৰ দিনত অসমীয়া ভাষাৰ জন্মই হোৱা নাছিল। এই ধাৰণাৰ ধাৰত চলিলে হয়তো এই বিয়া-নাম কেইআষাৰে বৈদিক ইন্দ্ৰ-পূজাৰ সময়লৈকে আঙুলিয়াব।—

স্নান কৰি আইদেৱে কৰিলেক সাঙ্গ।  
ইন্দ্ৰে আনি পেলাই দিছে ভূষণ দেৱাঙ্গ॥  
স্নান কৰি আইদেৱে দোঁৱাই আছে মাথ।  
স্বৰ্গৰপৰা দেৱগণে কৰে আশীৰ্ব্বাদ॥  
স্নান কৰি আইদেৱে যোৰ কৰে হাত।  
ইন্দ্ৰে আনি পেলাই দিছে পুষ্প পাৰিজাত॥  
স্নান কৰি আইদেৱে ইন্দ্ৰত মাগে বৰ।  
জন্মে জন্মে মোৰ স্বামী হোক দামোদৰ॥

সূৰ্য্য, সোম, ইন্দ্ৰ, বৰুণ, অগ্নি, মৰুৎ আদি দেৱতা আৰু পিতৃসকলক উদ্দেশ্য কৰি এদিন হিন্দুসকলে ঋগ্বেদৰ স্তুতিৰে পূজা দি আহিছিল। শস্য-শ্যামলা বসুন্ধৰাৰ পানীৰ

যোগান ধৰা বৃত্ৰহন্তা ইন্দ্ৰক তেওঁলোকে পাহৰিব নোৱাৰে। সেই কাৰণতে আন দেৱ-দেৱীৰ বা তান্ত্ৰিক পূজাৰ প্ৰভাৱৰ চৌ অসমৰ ওপৰেদি বাগৰি গ'লেও ইন্দ্ৰদেৱতা আয়তী-সকলৰ মনৰপৰা নাতৰিল।—ই বৈদিক প্ৰভাৱ হ'ব পাৰে। কিন্তু তাৰপৰা বিয়া-নামৰ কাল নিৰ্ণীত হ'ব নোৱাৰে। সেই-দৰেই শ্ৰীকৃষ্ণ-ৰুক্মিণী, অৰ্জ্জুন-সুভদ্ৰা, উষা-অনিৰুদ্ধ, হৰ-গৌৰীৰ মিলনৰ উল্লেখে বিয়া-নামৰ জন্মকালৰ বিষয়ে একো ক'বলৈ সাহ কৰিব নোৱাৰে। বিশেষকৈ বৈষ্ণৱ সাহিত্যৰ প্ৰভাৱৰ ফলতে সেই পৌৰাণিক আখ্যানবোৰ ধৰ্ম্মপ্ৰাণা আইসকলৰ হিয়াত এনেভাৱে সোমাই আছে যে, যি কোনো যুগতে তাৰ আলমতে ছুআযাৰ গীত-মাত সৰি পৰাটো অসম্ভৱ নহয়। মণিকোঁৱৰ, ফুলকোঁৱৰৰ গীতবিলাকৰ বুৰঞ্জী সম্বন্ধেও এটা সম্ভৱতঃ ভুল ধাৰণা আছে।

শঙ্কৰদেও ৰজাৰে পুতেক মণিকোঁৱৰ
কোলাতে খতিখন নাই।

উত্তৰ ভাৰতৰ প্ৰতাপী ৰজা কেদাৰ ব্ৰাহ্মণক আৰু পাৰস্যৰ আক্ৰচিয়াৰ ৰজাক ঘোৰাঘাট পৰ্ব্বতত যুঁজত ঘটুওৱা আৰু গৌড়ৰ ৰাজধানী লক্ষ্মণাৱতী থাপন কৰা শঙ্কলাদিব ৰজাকে এই শঙ্কৰদেৱ ৰজা বুলি ধৰি লোৱা হয়। শঙ্কলাদিব ৰজাৰ কাল খ্ৰীষ্টপূৰ্ব্ব ষষ্ঠৰেপৰা অন্যূন খ্ৰীষ্টীয় চতুৰ্থ শতিকাৰ ভিতৰতে বুলি মত প্ৰকাশ কৰা হৈছে। কিন্তু এই সময়ৰ ভিতৰতে মণিকোঁৱৰ-ফুলকোঁৱৰৰ গীত ৰচিত হোৱা হ'লেও



ভাষা আৰু ৰাজবিষয়াবোৰৰ নামকৰণত আহোম ৰাজত্বৰ গোন্ধ এৰাব নোৱাৰাকৈ লাগি আছে। অৱশ্যে অসমীয়া ভাষাই গঢ় লোৱাৰ কালতে জন্ম হৈ সেই ভাষাৰ গঢ় সলনি হৈ অহাৰ লগে লগেই হয়তো এই গীতবোৰে বৰ্ত্তমান অৱস্থা পাবহি পাৰে। কিন্তু নিশ্চিত সময়লৈ আঙুলিয়াই দেখুৱাটো অতি কঠিন। হৰদত্ত-বীৰদত্তৰ গীত, মণিৰাম দেৱানৰ গীত বা বদন বৰফুকনৰ গীত আদি ঐতিহাসিক কাহিনীৰ গীতি-ৰচনাৰ সম্বন্ধে অৱশ্যে দুই-এবছৰৰ লেখ ভুল কৰি হ'লেও এআযাৰ ক'ব পৰা হয়।

কি পৰিস্থিতিত এই পিতৃ হেৰুৱা লোক-সাহিত্যৰ জন্ম হৈছিল, সেই বিষয়েও পণ্ডিতসকলৰ মাজত মতদ্বৈধ আছে। য়ুৰোপত, বিশেষকৈ নৰৱে, সুইডেন আৰু স্পেইনত বেলাড বুলি এবিধ কাহিনীমূলক গীতৰ প্ৰচলন অতি পুৰণি কালৰে-পৰা আছে। এই গীতবোৰৰ সাধাৰণ এটা সংজ্ঞা দিয়া টান। কিন্তু বিৱৰণমূলক আখ্যানটো সিহঁতৰ এটা উমৈহতীয়া গুণ। ফৰাচী ভাষাৰ ballere ধাতুৰপৰা 'বেলাড' শব্দৰ উৎপত্তি বুলি এই গীতবোৰত নাচোন এটা প্ৰধান অঙ্গ ৰূপে ধৰা হয়। গ্ৰিম্ আদি পণ্ডিতৰ মতে ৰচনা-বিষয়ত এই গীতবোৰ ৰাজহুৱা উচ্ছ্বাসৰ উমৈহতীয়া সৃষ্টি। তেওঁলোকে কয় যে আমাৰ দেশত সিদিনালৈকে সমূহৰঞ্জকভাৱে চলি অহা বীণ-ব'ৰাগীৰ দৰে কিছুমান অঘৰী গায়ক লগ লাগি গীতবোৰ ভণিছিল। হয়তো এজনে প্ৰথম কেইশাৰীমান

গাই এটা ঘোষাৰে ( refrain ) তেওঁৰ বিৰচন-কাৰ্য্য শেষ কৰিছিল, নহ'লেবা তুজনমানে গোট খাই সেই কাৰ্য্য কৰিছিল ; লগৰ আনসকলে নিজৰ ভাগ দি দি একেটা ঘোষাকে দোহাৰি দোহাৰি একোটা সাময়িক বা পুৰণি কাহিনীক গীতি-ৰূপ দিছিল। কিন্তু সামূহিক ৰচনাৰ এই মতবাদ লাহে লাহে উফৰি গৈছে। য়ুৰোপৰ বেলাডবোৰত সমূহৰ প্ৰাণৰ উচ্ছ্বাস স্বীকাৰ কৰি লৈও একেলগে সিবোৰ সমূহৰ সৃষ্টি বুলি কোৱা কঠিন। অৱশ্যে নানা যুগৰ মাজেদি বাগৰি অহাৰ লগতে এই কাহিনী-গীতবোৰৰ ভাষা আৰু ছন্দৰ পৰিৱৰ্ত্তন-পৰিৱৰ্দ্ধন হৈ পৰ্ব্বতৰপৰা নৈৰ সোঁতত বাগৰি আহি আহি সাগৰৰ মিহি বালিত পৰিণত হোৱা খহটা শিলৰ দৰে নতুন ৰূপ লোৱাটোৱেই অতি স্বাভাৱিক গতি বুলিলে সকলোৱে বিশ্বাস হ'ব। এই গতি-প্ৰগতিৰ লগে লগেই গীতবোৰৰ সৌন্দৰ্য্য কোনোপ্ৰকাৰে হ্ৰাস নহৈ বৰং নতুন ব্যক্তিৰ হিয়াৰ পাতল অনুভূতিৰ পৰশ লাগি নিমজ আৰু কোমল হৈ পৰে। অৱশ্যে শিক্ষিতৰ হাত লগাৰপৰা সিহঁতৰ জন্মগত সহজ গতি আৰু সৰলতাত আত্মপ্ৰতীতি বা বুদ্ধিমত্তাৰ চেকা লগাও সন্দেহৰ বিষয়।

তুটামান কথাত পাশ্চাত্যৰ বেলাড আৰু আমাৰ গীতি-সাহিত্যৰ বিজনিব আৱশ্যক হয়। য়ুৰোপীয় বেলেডবোৰ সাধাৰণতে আখ্যানমূলক ; আন কি, অনেক ছুটি ছুটি লৌকিক গীততো একোটা বেলাডৰ আখ্যানৰ কোঁহটো সোমাই থকা অনুভৱ হয়। কিন্তু আমাৰ গীতি-সাহিত্যৰ কাহিনীমূলক ৰচনাতকৈ এক-ভাবব্যঞ্জক বা লিৰিকেল্ ৰচনাই সৰহ। অৱশ্যে এই ভাৱ বা lyricism সাধাৰণতে ব্যক্তিৰ নহৈ সমূহৰহে সম্পত্তি বুলিব পাৰি। দ্বিতীয় কথা—ইংৰাজী আৰু স্কটিছ্ বেলাডবিলাকত আটাইতকৈ মন কৰিব লগীয়া বিশেষত্ব দেশাত্মবোধ বা অনেক থলত ৰচকৰ প্ৰাদেশিক দেশহিতৈষণাৰ পক্ষপাতিত্ব। এই বোধৰ ধাৰা এটা প্ৰায়-বিলাক গীতৰে তলে তলে চিৰ-চিৰকৈ বৈ যোৱা দেখা যায়। কিন্তু দেশৰ কথাৰে অসংলগ্ন গীতবোৰ বাদ দিও, আৰু আমাৰ জাতীয় সংস্কৃতিৰ বা সাধাৰণ ধৰণ-ধাৰণাৰ বৈশিষ্ট্যৰ বোলৰ বিচাৰ ৰাখিও, আমাৰ গীতবোৰত এই বোধ যেন অলপ ক্ষীণ। বদন বৰফুকনৰ গীতটোতে পূৰ্ণানন্দ বুঢ়াগোঁহাইক "নৰকী" আৰু ৰাজমাওক "পাখৰী" বুলি সাধাৰণ বাক্য-প্ৰসঙ্গত এখোঁচ মাৰিলেও দেশ-হিতৈষণাৰ প্ৰভাৱতকৈ মান অনা বদনৰ প্ৰতি লুকাই থকা সহানুভূতিয়েই বেছি। তৃতীয়তে, ৰচনা-পদ্ধতিতো আমাৰ বেছিভাগ গীত ইংৰাজী আদি বেলাডৰপৰা পৃথক। উৎকৃষ্ট ইংৰাজী বেলাডবোৰৰ গুণ সিহঁতৰ ছন্দৰ গতিৰ ক্ৰমপৰিৱৰ্ত্তনে "একঘেঁয়ে" ভাব ভঙাটো; আৰু তাৰপৰা এইটোও বুজিব পৰা যায় যে, সেই গীতবোৰ গাওঁতে যিমানেই সময় লওক লাগিলে, শুনোতাৰ আমনি সহজে নালাগিছিল। কিন্তু আমাৰ গীতবিলাকত তুলড়ি, ঝুনা, পদ আদি বেলেগ বেলেগ ছন্দৰ প্ৰৱৰ্ত্তন থাকিলেও

একেটা গীতত সাধাৰণতে একেটা ছন্দইহে ৰাজত্ব কৰে; মাতৰ ( pitch ) সলনি নহ'লে সিহঁতৰ আমনি লগোৱা একস্বৰীয়া স্বভাৱৰ আন কি সংশোধন হ'ব পাৰে, নাজানো। অৱশ্যে সুগায়কেযে, ধৰক মণিকোঁৱৰৰ গীতটো গাওঁতেই, মাজে মাজে বৈ এআষাৰ মন্তব্য সুমুৱাই ৰসাল কৰি যাব পাৰিছিল। আৰু এটি বিষয়লৈ চকু ৰাখিব লগীয়া— ইংৰাজী আৰু অসমীয়া কাহিনী-গীতৰ ঘোষাৰ পুনৰাবৃত্তি। আমি দিহা-নাম গাওঁতে বা কীৰ্ত্তনৰ পদৰ মাজে মাজে যেনেকৈ নাম লগোৱা জনৰ লগতে একেশাৰী বা ছশাৰী গীতৰ পিছত হাত চাপৰিৰে "ৰাম হে করুণাময়, হৰি হে করুণাময়"—এনে ধৰণৰ ঘোষাৱলীৰ এআষাৰ উচ্চৈঃস্বৰে গাওঁ, ইংৰাজী গীতবোৰ গাওঁতে একোটা ষ্টেঞ্জা বা ছেদৰ পিছত সমূহে মিলি এটা ঘোষা বা refrain উলাহেৰে পুনৰাবৃত্তি কৰে; যেনে—Heigh ho nonny no, heigh nonny no, heigh no nonny no, heigh nonny no. কিন্তু আমাৰ কাহিনী-গীত মণিকোঁৱৰ, ফুলকোঁৱৰ, মণিৰাম দেৱান বা বৰফুকনৰ-গীতত এনে ঘোষা নাই। এজন বা দুজন টোকাৰী বা বীণ বাওঁতাই আপোনভাৱে তাঁৰত টুকৰিয়াই টুকৰিয়াই এই গীতবোৰ গায়। যেতিয়া ব্যাহ আৰু সুকনান্নী ওজা-পালিয়ে গাৰ ঠেও দি দি গায়, তেতিয়া ঘোষাৰ পুনৰাবৃত্তি বেলাডৰ নিয়মৰ বহিৰ্ভূত বস্তু বুলি বুজিব লাগে। পগলা-পাৰ্ব্বতীৰ গীত, শ্ৰীকৃষ্ণৰ তাঁতীৰ ঘৰলৈ যোৱা



কাহিনীৰ ঝুনা আদিও সেইদৰে সাধাৰণ এটা নিয়মৰ ভিতৰত নপৰে।

ছন্দৰ মিল কৰিবৰ খাটিৰতে আমাৰ সহজ কবিসকলে এটি দুৰ্ব্বলতাক প্ৰশ্ৰয় দিয়া দেখা যায়।

ঐ দেউ ৰ'ল,
পাছদিনা ৰূপসিং বিহানেই গ'ল।

ইয়াত "এ দেউ ৰ'ল" খণ্ডবাক্যটো অপ্ৰাসঙ্গিক, ঘটনাৰ বিৱৰণৰ লগত তাৰ কোনো সম্বন্ধ বা অৰ্থ-সঙ্গতি নাই। এনে অনুকাৰ-বাক্য কিছুমান বনগীত, বিয়ানাম, প্ৰায়ভাগ বহুৱা-নাম, মণিকোঁৱৰ, ফুলকোঁৱৰ, বৰফুকনৰ গীতত অনেক আছে। বৰফুকনৰ গীতটোত "এ দেউ ৰ'ল"টোৱেই অন্ততঃ কুৰি ঠাইত আছে। কিছুমান অনুকাৰ-বাক্যত অৱশ্যে পিছৰ ঘাই অংশত থকা কথাষাৰৰ লগত অলপ দূৰ হ'লেও এটা সম্বন্ধ বিচাৰি পাব পাৰি।—

লুইতে এৰিলে দীঘলী এসুঁতি,
দিহিঙে এৰিলে কূল;
আয়ে-বোপায়ে ধৰম-বিয়া দিলে,
হালধিৰ মুগুচিল বোল।

ইয়াতে লুইতে সুঁতি এৰাৰ দৰে, দিহিঙে কূল এৰাৰ নিচিনাকৈ আই-বোপায়ে ধৰম-বিয়া দি জীয়েকক এৰাৰ উপমাটি মনে মনে সোমাই আছে বুলি ক'ব পাৰি।

বনগীতৰ বনৰীয়া কবিসকল সাধাৰণতে একোটিহঁত কৰুণ উপমাৰ ভিতৰেদি একোটি অনুভূতি প্ৰকাশ কৰাত বৰ পটু। এই উপমাবোৰে অনুভূতিৰ সৰলতাত কোনো ঠাইত অকণিকে আঘাত কৰা অনুভৱ নহয়।

পুৱৰে অৰুণে পছিমতে ঘুৰিল,
মলয়াত ঘুৰিলে বগ;
মনৰ কথাষাৰি মনতে ঘুৰিলে,
ক'বলৈ নেপালো লগ।

* শালে ভুমুকিয়ায় শ'লে ভুমুকিয়ায়,
চেঙে ভুমুকিয়ায় খালত;
প্ৰাণৰে ভিতৰত ধনে ভুমুকিয়ায়,
তালৈ পৰি থাকে মনত।

* পানীত জকেমকায় পানীৰে পৰুৱা,
ফুলৰ জকেমকায় পাহি;
চেনাইৰ গাল দুখনিত তেজে জকেমকায়
মুখত জকেমকায় হাঁহি।

* ঠনৰ ঠনৰ কৰি ভাগে বুকুখনি
যেন বিৰিখৰ ডাল।

নামতীহঁতো এই বিষয়ত শুদা-শুদি নহয়।

তেলত বন্দী হ'ল তেলিনী পৰুৱা
শালত বন্দী হ'ল হাতী;
মকৰাৰ জালতে কৃষ্ণ বন্দী হ'লে
নুপুৰায় কালিন্দী ৰাতি।



* ঘিলাৰে গছতে ঘিলা নাইকিয়া,
পাতে তিৰেবিৰে কৰে;
আইদেউৰ গাকতে গিলিপ নাইকিয়া,
চকে তিৰেবিৰে কৰে।

* কেলেই ঘঁহিছা কেতুৰী হালধি?
আপুনি কেতেকাৰ পাহি।

নামতীসকলৰ এই উপমা-শক্তিয়েই বহল হৈ দৰা-কন্যাৰ লগত কৃষ্ণ-ৰুক্মিণী, উষা-অনিৰুদ্ধৰ বিয়াৰ মিল দেখা পাইছে।

সৰল অনুভূতিৰ সৰল প্ৰকাশৰ বাহিৰেও বিবিধ জাতিৰ গীতবোৰৰ সাধাৰণ সাজ-সজ্জাৰ অনেক মিল পোৱা যায়। ইয়াৰ মূল কাৰণ, সকলো জাতিৰে অশিক্ষিত বা অনুৎকৰ্ষিত ( unsophisticated ) অৱস্থাৰ মনোবিজ্ঞান প্ৰায় একে। তলত দিয়া অসমীয়া ধাই-নামটো আৰু ইংলেণ্ডৰ উত্তৰ প্ৰান্তৰ গীতটো পঢ়িলে এনেহে লাগিব যেন এটা আনটোৰ টেঙৰ ভাঙনি বা অনুকৰণহে।

জোনৰে আগৰে একেটি তৰা
আয়ে বিয়া দিলে গঁঠীয়া দৰা;
হেৰ তই গঁঠীয়া নেপাৰ অ' গালি
আইৰ ঘ'লৈ যাম ভৰি পথালি।......

বোপাইলৈ আনিছোঁ শালৰ বৰকাপোৰ,
আইলৈ আনিছো খাৰ,
ককাইলৈ আনিছো পাটৰ টঙালি,
বৌলৈ ৰাঢ়নীটাৰ।

O what will you give to your father dear ?
The silver shod steed that brought me here.
What will you leave to your mother dear ?
My velvet pall and my silken gear.
What will you leave to your sister Anne ?
My silken scarf and my golden fan.
What will you leave to your sister Grace ?
My bloody cloths to wash and dress.
What will you leave to your brother John ?
The gallows-tree to hang him on.
What will you leave to your brother,
John's wife ?
The wilderness to end her life.

অসমীয়া গীতত ননন্দ আহিছে বুলি "মূৰতে তলিয়া ফালিব" খোজা বৌ আৰু জন ককাইদেউ বা তাৰ ঘৈণীফেৰাইযে আইদেউ ডুগৰাকীৰপৰা একে পুৰস্কাৰ পাব লাগে, সেই কথা জানো আইদেউহঁতে একেখন দণ্ডবিধি আইন চায়ে ঠিক কৰিছিল ?

॥ বিহুনাম আৰু বনগীত ॥

ব'হাগৰ বিহুৰ সময়ত অসমৰ পথাৰ-সমাৰ হাবি-বননি ঢোল-পেঁপাৰ মাতৰ লগতে কিছুমান গীতেৰে মুখৰিত হৈ উঠে। তাৰে কিছুমান বিহুৰ হুচৰিৰ লগত মানুহৰ ঘৰে ঘৰে গোৱা হয়। এইবোৰকে ঠিক বিহুনাম বুলিব পাৰি।



মুগাৰ বটিয়াৰ ন শ গাঁথনিৰে সৰিয়হ পিছলি যোৱা বৰচ'ৰাৰ মুখলৈ ওলোৱা কাণৰ নৰা জাংফাই আৰু গাত গোম্‌চেঙৰ চোলাৰে ডাঙৰীয়াক বিহুৰ বৰীয়াকৈ চিকাৰূপ খোজা, ভিতৰৰ গাভৰুহঁতৰপৰা ফুলাম গামোচা খোজা আদি নিৰ্দ্দোষ ধেমালিৰে এই বিহুনামবোৰ পূৰ, আৰু লগতে হয়তো বিহুৱাহঁতৰ নিজৰ এআষাৰ বেজেৰুৱা কথা—

বিহুৱতী চৰায়ে কৰে বিহু বিহু
আমাৰ বিহু-কাপোৰ নাই ;

কাৰণ "সকুতে মৰি গ'ল আই" ; তথাপিও "অতি চেনেহৰ ৰহাগৰ বিহুটি নাপাতি থাকিবলৈ" সিহঁতৰ শক্তিয়ে নাটে—

আজি বোলে উৰুকা, কালি বোলে ভুৰুকা,
নাহৰ ফুল ফুলিবৰ বতৰ ;
ৰংপুৰ নগৰত ঢোলৰ মাত শুনিলো,
ঠেকেচি ভাঙি যাওঁ যঁতৰ।

বিহুনামৰ বিহুধনি লগাতকৈও ডেকাহঁতৰ গাত লগা বন-গীতৰ বনৰীয়া ডেকাধনিহে আমাৰ বেছি আকৰ্ষণৰ বস্তু।

এই কথা মন কৰিব লগীয়া যে, এই সময়ত বনৰীয়া গীতবোৰ "কমোৱা তুলা"ৰ দৰে উৰিবলৈ ধৰে। সিহঁত ঘাইকৈ যৌবনৰ উন্মাদনাৰ কলৰৱ, গতিকে বসন্তৰ উন্মাদনাই সিহঁতৰ ঘাই অনুপ্ৰেৰণা। টেনিছনে ক'বৰ দৰে "In the springtime a young man's fancy lightly turns to thoughts of love." অৰ্থাৎ "চ'তে গৈ বহাগ পোৱাতে"

"ভেবেলি লতা" আৰু "বুকুৰে চেনেহীৰ কথা" একেলগে ফুলি উঠিল। অৱশ্যে নৈসৰ্গিক সৌন্দৰ্য্যৰ কবিতা সিবোৰত নাই। কিন্তু উদ্ভিন্ন নৱ যৌৱনৰ দৰে নৈসৰ্গিক সৌন্দৰ্য্যই যুৱক-যুৱতীৰ অন্তৰত এতেদিনে নিতাল মাৰি থকা যি সৌন্দৰ্য্য-বোধ জগাই দিয়ে, সি চকু মেলি অনুভৱ কৰিলে অন্তৰৰ কিবা এটি করুণ তৃষ্ণা আৰু বাহিৰৰ যৌৱনৰ সৌন্দৰ্য্যৰ স্পন্দন। এই বোধ লৈয়ে ডেকা-গাভৰুৰ কবি-অন্তৰে এৰিয়েলৰ বীণাত আঙুলি বুলাবলৈ ধৰে। সকলো সৌন্দৰ্য্য-ৰূপেই একেডালি কনক সূত্ৰেৰে চিৰসুন্দৰৰ পদ-তলত বান্ধ খাই আছে। নাৰীৰ সৌন্দৰ্য্যই আকৌ চিৰ-কালেই নানা কাব্যৰ ৰস যোগাই আহিছে। "হালধি বৰণ যেন গা", "বীণৰ নলা যেন কঁকাল", "পাবলি পাবলি ভৰিৰ আঙুলি", "কেতেকীপহীয়া ভৰি",

তিতিকি তিয়নি যুৱনৰ শুৱনী,
গোহালি-শুৱনী তাঁত ;
লাহৰী শুৱনী চকুৰ চেলাউৰি
জামুকী-বোলোৱা দাঁত।

এই সকলোবোৰেই কিবা এটা উদ্‌ভ্ৰান্ত তৃষ্ণাৰ জুই জলাই দিয়ে। আদিৰস-প্ৰধান ( অৱশ্যে সকলোবোৰ গীতত ৰস-সৃষ্টি হৈছে বুলি ক'ব নোৱাৰি ) এই গীতবোৰত দেহৰ সংযমহীন ক্ষুধা, কাম-প্ৰপঞ্চৰ বাসনা-পূজাকে অতি স্বাভা-ৱিকতাৰে প্ৰকাশ পোৱা দেখা যায়। তাৰ উপৰি পূৰ্ব্বৰাগ,



বিৰহ-আশঙ্কা, বিৰহ, বিচ্ছেদ আদিৰ ছবি যিদৰে পোৱা যায়, "মিলনৰ বেজেকুৱা তৃপ্তি"ৰ বতৰা সেইদৰে ইয়াত নাই। প্ৰেম যে অন্ধ, এনে এষাৰ কথা আছে, আৰু সেই কথা বোধ হয় এই গীতবোৰত ভালকৈ প্ৰতীয়মান হৈছে। "তাঁতৰে শালতে দেখিবৰেপৰা পেটলৈ ভাতে নোযোৱা হোৱাটোৱেই" পূৰ্ব্বৰাগৰ উন্মাদ অৱস্থা—নয়নপ্ৰীতিঃ প্ৰথমম, love at first sight। তাৰ পিছত—

জপা গৰকিলে জপাৰ বৰ কাপোৰ
দেহা গৰকিলে প্ৰেমে।

"জই লগা চকু"ৰে ঈপ্সিতজনক নেদেখাৰ বেদনা আৰু বাধাৰ "বাঘধেনু" প্ৰেম-ৰুগীয়াৰ বুকুৰ কামিহাৰ ডালি ডালি কৰিলে—"মেঘদূত"ৰ যক্ষৰ হাতৰপৰা কনক বলয় সৰি পৰা অৱস্থা। সেই বাবে কামদেৱৰ চৰণ-তলত সমাজৰ মান-সম্মানো জলাঞ্জলি দিবলৈ ৰাজি,—"কি কৰিব কলিতা কুলে ?" এই উন্মাদনাৰ মাজত স্নেহৰ গাঢ়তা অৱশ্যে সন্দেহ কৰিব লগীয়া বস্তু নহয়,—"হাৰৰ মাজে মাজে সুমুৱাই আনিছো সৰুটি চেনাইৰে গুণ।" বিৰহৰ অৱস্থাতে অতি বিশুদ্ধ কবিতা আৰু আকাশলঙ্ঘী কল্পনা উৰাও হৈ উঠে ঃ

হাঁহ হৈ পৰিমগৈ তোমাৰে পুখুৰীত
পাৰ হৈ পৰিমগৈ চালত ;
ঘাম হৈ সোমামগৈ তোমাৰে শৰীলত
মাখি হৈ চুমা দিম গালত।

শ্বেক্‌ছপীয়েৰৰ এৰিয়েলে মৌ-মাখিৰ পাখিত উৰাৰ দৰে চহা কৰিয়ে যে হাঁহ, পাৰ আৰু সামান্য মাখিৰ পাখিত উঠি এই নিচিনাকৈ কল্পনাৰ বতাহত উৰিব পাৰিছে, ইহে অতি বিচিত্ৰ। ঘামৰ নিচিনাকৈ শৰীৰৰ প্ৰতি অঙ্গত বিয়পিব পৰা বস্তুৰেই বা আছে কিটো? "চৰাই হোৱা হ'লে উৰি গ'লোহেঁতেন"—Had I the wings of a dove—"পাখী যদি হউ"—এই হেঁপাহ মানুহৰ চিৰকালেই থাকিব। যি হওক, বনৰীয়া ডেকা ইমান মোহান্ধ যে "বনৰ বনে পহু যোৰা পাতি" থকা দেখি স্বকীয় এক প্ৰেম-দৰ্শন আৱিষ্কাৰ কৰিছে; সেই উৎকট দৰ্শনত প্ৰেম আৰু মিলনেই একমাত্ৰ সোণালী আখৰ—

পিৰীতিয়ে নিদিলে দিওঁতা নহ'ব
ভোকৰ ভাত পিয়াহৰ পানী।
ব্ৰহ্মা ইন্দ্ৰদেৱে পিৰীতি কৰিছে
তুমি কোন ৰাজৰ জীৱ?

ঈৰ্ষ্যা-দ্বেষৰ আক্ৰমণৰ মাজত এই প্ৰেমত স্বাৰ্থৰ গোন্ধো বৰ বেছি। মিলন নোহোৱাৰ দোষ "আঁহ বুজিব নোৱাৰা নিমৰম নাৰীজাতিৰ" গাত সঁপি দিয়া; "মোকে দিয়ে গ'লি জলা জুই একুৰা, তয়ো সেইকুৰা পাবি" বুলি অসদিচ্ছা প্ৰকাশ কৰা বা "তইনো কেইকাল খাবি" বুলি হুমিয়াই থোৱা স্বাৰ্থপৰতাৰ চিন বুলি ক'বই লাগিব। ইয়াৰ কাৰণ অৱশ্যে ডেকাহঁতৰ মনত জ্ঞানৰ বা আধ্যাত্মিকতাৰ পোহৰ নপৰাটো।



সিহঁতৰ কাৰণে এই জগতখনেই সকলো, আৰু মৃত্যুৱেই তাৰ সীমা; On earth a broken arch, in heaven a complete circle বুলি মৃত্যুৰ সিপাৰৰ মিলন-দিনলৈ চকু তুলি চাবলৈ ডেকাহঁতৰ দৃষ্টি-শক্তি নাই; সেই দেখি সিহঁতে চিঞৰি কৈছে,—"আজিয়েই দিয়ঁা, কালিলই কিয়?"

নকৰিবি ভয়ে ঐ, নেকান্দিবি চেনেং ঐ,
মনত শোগ্ ন'লবি তোৰ;
ইপুৰীযে এৰি থৈ পামেগৈ সিপুৰী,
দুখবো পৰিব ওৰ।

মনত নপৰা কালৰপৰা এই গীতবোৰ ৰচিত হৈ আহিছে আৰু আজিও হয়তো সভ্যতাৰ কল্লোলৰ বহুত আঁতৰত তেনে গীত ৰচিত হৈছে। দুটা-এটা গীতত "কুম্পানী"ৰ "ঘড়ীৰ টাইম", "বিলাতী হোটেলৰ পানী," কুম্পানী, ৰেল, আপিচ, আফীল্ আদি কুৰি শতিকাৰ চলন্তি শব্দ সোমাইছে।

হুচৰি-কীৰ্ত্তন আৰু "হুৰাই লৌ সৰগৰ তৰা, চাই থাক ঔ নিলগৰপৰা" আদি হুচৰি-ঘোষা আদিলৈও এই প্ৰসঙ্গত আঙুলিয়াই যাব পাৰি।

## ॥ বিয়া-নাম ॥

বনগীতবোৰত যদি উদ্‌ভ্ৰান্ত নৱ-যৌৱনৰ কাম-প্ৰপঞ্চৰ পূজা আছে, বিয়া-নামবোৰত আকৌ স্মৃতি-শাস্ত্ৰৰ নীতিৰ দ্বাৰা সংযত পৱিত্ৰ মিলনৰ মধুৰ গীত শুনিবলৈ পাওঁ। বনৰীয়া

গীতবোৰৰ দৰে বিয়া-নামবোৰতো পূৰ্ব্বজন্মৰ বা ভৱিষ্যত জন্মৰ লগত সম্বন্ধৰ কনক-সূত্ৰৰ বিচাৰ নাই। কিন্তু আয়তী-বায়তীসকলৰ সৰল কল্পনা-শক্তি, মধুৰ উপমা-প্ৰয়োগ আৰু বেছি ভাগ উৎকৃষ্ট গীতত সোমাই থকা করুণ ৰসেই ইবোৰৰ মূল্য নিৰ্দ্ধাৰণ কৰিছে।

কেলেই কুটিলা চুমৈকৈ পছলা ?
লোকে বাটি ভৰাই খাব ;
কেলেই তুলিলা ৰূপহী আইদেওক ?
লোকে বন কৰা খাব।
* আইদেও নামেৰে কইনা নুতুলিবাঁ,
গৰ্ভতো নিদিবাঁ ঠাই।

—এই ভাবটোৱেই প্ৰায়বোৰ বেজেৰুৱা নামৰ ঘাই সুৰৰ কাঠী। বাহী বিয়াৰ দিনা পুৱা যেতিয়া কইনা দৰাৰ ঘৰলৈ যাবলৈ ওলায়, সেই সময়তে এই করুণ সুৰ অতি করুণ হৈ উঠে। চকুৰ পানীৰে বাট নেদেখা হৈ বাই-ভনী, মাহী-পেহীহঁতে গীত গায়; নিজৰ চকুৰ সমুদ্ৰত নেওঠনী-যঁতৰ, তাঁতশাল, লেটাই-চেৰেকি সকলোটি যেন উটি যায়। আগৰ ৰং-ধেমালিৰ সোঁৱৰণিও অসহ্য হৈ পৰে।

কালি এতেবেলি আছিলা আইদেও
মাৰাৰ পালেঙত শুই ;
আজি এতেবেলি ষাবলৈ ওলালা,
অৱণ্যত লগালা জুই ;



চাউল চাৰি পূৰা ক'তেনো এৰিলা
চিৰা চাৰি পূৰা পাই,
চেনেহৰ সৰু ভাইক ক'তেনো এৰিলা
বোপাদেওৰ বাতৰি পাই ?

কিন্তু করুণৰ ( pathos ) লগত হাস্যৰ ( humour ) অতি ওচৰ সম্বন্ধ। নামতীসকলৰ চকুৰ পানীত হাস্য-ৰসৰ জিলিঙনি পৰি অনেকটি গীততে ৰামধেনুৰ সৃষ্টি নোহোৱাকৈ নাথাকে। হোমৰ গুৰিত দৰা-কইনা লৈ বহোঁতে এফালে দুজনৰ মিলন আৰু আনফালে বিচ্ছেদৰ সূত্ৰপাত—এই দুই আনন্দ-বিষাদৰ মাজত আয়তী-বায়তীহঁতে এবাৰ হাঁহে, এবাৰ কান্দে। হাঁহি-অশ্ৰুৰ এনে মিলন অতি করুণ আৰু বিচিত্ৰ। দৰা-ঘৰীয়াৰ গাত আক্ৰমণৰ চোকা বাণ মৰাৰ উপৰিও আটাইতকৈ উপভোগ্য হয় বেচেৰা পুৰোহিত বাপুৰ গাত লগা চোকা শৰ কেইপাট ;—

বামুণৰ মুখত জুই ভৰাই দে তপত গুৰ,
চেলাই যক দুপাৰি দাঁত॥
বৰালি মাছৰে তিনিটা টোটোলা,
টেঙা দি খাবলৈ ভাল ;
আমাৰ গুৰু বাপুৰ পেটটো গেৰেলা,
জয়ঢোল বাবলৈ ভাল।...
পূজা কৰোঁ বুলি ৰাইকহ বামুণে
মধুপৰ্ককণো খালে ;

শুদিবে সুধিলে ক'লে হুকি মাৰি,
সংহাৰ-মুদ্ৰাই খালে।
খাওঁতেও খালে এভাগি ৰাখিলে
বামুণীক দিবলৈ লাগে!

দৰা-কইনাৰ সাজপাৰৰ বৰ্ণনাত ছায়াময় কল্পনা চক্‌মকাই উঠে।

গা ধুই আইটী মাকক সুধিলে,
কি সাজ সলাব পায়?
ছাঁতে শুকোৱা মুঠিতে লুকোৱা
সেই সাজ সলাব পায়।
গা ধুই আইটী মাকক সুধিলে,
কি ফুল পিন্ধিব পায়?
সেউতী নিপিন্ধো, মালতী নিপিন্ধো,
পিন্ধো মই খৰিকাজাই।

বিলাসী বোপাদেওকো সেইদৰে চালে চকু চাট মাৰি ধৰে,—

পাগে মাৰিবৰে কত ছেৰে জানা
নোলায় পাহে কটা চুলি,
খোজে কাঢ়িবৰে কত ছেৰে জানা
ভৰিতো নেলাগে ধূলি।

কালৰ গতিত এই গীতবোৰ লোপ পাই আহিব লাগিছে। কিন্তু এতিয়ালৈকে যিখিনি ধৰা পৰিছে, সি আমাৰ সাহিত্যৰ এক ডাঙৰ সম্পদ। কৃষ্ণ-ৰুক্মিণী, হৰ-গৌৰী, অৰ্জ্জুন-সুভদ্ৰা,



উষা-অনিৰুদ্ধ আদিৰ মিলন-কাহিনী এই গীতবোৰত ওতঃ-প্ৰোত ভাৱে জড়িত আছে। ই বিশেষকৈ ধৰ্ম্মপ্ৰাণা নিৰক্ষৰ অসমীয়া তিৰোতাৰ ওপৰত শঙ্কৰদেৱ আৰু আন বৈষ্ণৱ কবি-সকলৰ প্ৰভাৱৰ ফল। আজিও অনেক নিৰক্ষৰ তিৰোতাই (বেজবৰুৱাৰ কথাৰে তেওঁলোকৰ ডিঙিৰ সাতসৰী) "ৰুক্মিণী-হৰণ" বা "কুমৰ-হৰণ"ৰ আধ্যাৰ পিছত আধ্যা মাতি চমক লগাব পাৰে। নিৰক্ষৰৰ মাজতো এই জ্ঞানৰ পোহৰ পৰাৰ কাৰণেই নামতীসকলৰ চকুৰ আগত ইপাৰ-সিপাৰ বুৰাই টল্‌বল্ কৰি থকা যমুনাৰ ঢৌ, বাটৰ দুয়ো কাষে হালি পৰা কদম-বকুলৰ শাৰী, উজান ঘাটৰ নৌকা, তামৰ কলসী, স্বৰগত জলি থকা থুপিতৰা আৰু নাচি থকা অপেছৰাৰ কল্পনা জিলিকি উঠে।

অসমৰ উজনি-নামনি দুয়ো ফালেই বিয়া-নামৰ প্ৰচলন আছে। অৱশ্যে নামনিত তাৰ ঢৌ কম। কামৰূপত জোৰা নামক "খিচাগীত" বোলা হয়। বঙ্গদেশতো প্ৰায় ঠাইতে বিয়া-নামৰ প্ৰচলন আছিল; কিন্তু সিবোৰ লাহে লাহে নাইকিয়া হৈ আহিছে। আমাৰ পানী তুলিবলৈ যোৱা গীতৰ লগত পশ্চিম বঙ্গৰ এই "জলসহা"ৰ গীতআৰাৰ তুলনা কৰি চাব পাৰি।—

সই লো সই মকর গঙ্গাজল,
আজ হবে কামিনীর বিয়ে,
সইতে যাব জল।

উলু দিয়ে শাঁখ বাজায়ে
বৰণ-ডালা মাথায় লয়ে
জলেৰ ঝাৰা হাতে কৰে
জল সইতে চল।

বিয়া-নামৰ প্ৰসঙ্গতে ভেকুলী-বিয়াৰ নামবোৰৰ উল্লেখ কৰিব পাৰি। ভেকুলী-বিয়া পাতিলে হেনো খৰৰ মাজতো বৰষুণ দিয়ে। এই বিয়া-নামবোৰ নির্দ্দোষ ধেমালিৰে বস্তু আৰু উপকৰা কল্পনাৰ চাটো সিহঁতৰ গাত একেবাৰে নোহোৱা নহয়। সকলো দেৱতায়ে বিয়ালৈ আহিবলৈ পাহৰা নাই।

খহুলী ভেকুলীৰ বিয়াখন পাতিছে,
ৰাইজে বেৰি বেৰি চায়।
চন্দ্ৰ আহিছে, সূর্য্য আহিছে,
আহিছে সৰগৰ তৰা।
বায়ু দেৱতাক মেঘে নমুৱালে
সাতদিন বৰষুণ দি।
খহুলী ফাপৰী চুকৰে ভেকুলী
হাতৰ কাণৰ খুলি পিন্ধে।
খহুলী ভেকুলী চুকৰে সুন্দৰী
তোক জানো কিহবাই পালে!
মঙ্গলে ধৰিলে মঙ্গল দৈবত আছে
আইটীক বিচাৰি যাওঁ।
আইটীৰ গুৰিলৈ বিচাৰি যাওঁতে
বাটত বৰষুণে পালে;



এখন গাঁৱতে সোমাব খোজোঁতে
পাখৰী কুকুৰে খালে।

পৃথিৱীৰ উর্ব্বৰতাৰ বাবে যে কৃষি-প্ৰধান দেশত কিমান হাবিলাস, তাৰে এটি চিন এই ভেকুলী-বিয়া।

"স্বৰাজৰ নাম" নাম দি চাৰিঙৰপৰা এজনে কিছুমান বিয়ানাম প্ৰকাশ কৰিছিল ঃ এইখিনিও লৌকিক গীতবোৰৰে ইফাল-সিফাল মাত্ৰ। বিয়াৰ তিনদিনৰ দিনা গধূলি "খোবা-খুবুনী"ৰ যি গীত গোৱা হয় সি পুৰণি পুথিৰ অনুকৰণত "নন্দীপুৰাণ"ৰ (?) আখ্যান এটি আনি লিখা। কোনো কোনো ঠাইত এইদিনাই তলৰ ধ্বনিসূচক গীতটিৰ নিচিনা ফুলশয্যাৰ গীত প্ৰচলিত আছে—

ফুলৰে ইচনী ফুলৰে বিচনী,
ফুলৰ শয়নৰে পাটী।
শয়নৰ পাটীতে ঘুমটি নাহিলে,
কৃষ্ণ হ'ল ভোমোৰা-জাতি।
কোবাই নেমাৰিবা কালিন্দী ভোমোৰা,
ফুলৰে লাগিব দোষ।
ফুল চুপি ভোমোৰা উবাৱত কৰিলে,
পাবগৈ আপোনাৰ ৰাজ।
ভোমোৰা পুৰতে স্বামী নাম ল'লে
উভতি চৰিয়া বই;

উভতি চৰিয়া বাৰা কেনে কৰি
সোঁতৰ সীমা-সংখ্যা নাই।
সদৌ চেৰা সুঁতি যাব এৰে পতি
ল'ব ভৰা সুঁতি নাম।

"মধুকৰী বৃত্তি"ৰ বোপাদেওক চেৰাসুঁতি এৰি এটি ভৰা সুঁতি ল'বলৈ কোৱাটো বৰ অৰ্থব্যঞ্জক !

## ॥ ধাইনাম, ধেমালি-নাম ॥

বিহুনাম-বনগীতবোৰ যেনেকৈ যৌৱনৰ গান, ধাইনাম আৰু ধেমালিৰ গীতবোৰ সেইদৰে শৈশৱৰ বিমল হাঁহি-ধেমালি আৰু কিছু পৰিমাণে কান্দোন-কাটোনৰ গীত। আগৰবোৰে যেনেকৈ বসন্ত কালক মুখৰিত কৰে, পিছৰবোৰে তেনেকৈ জোনাক বা তৰা-ফুলী সন্ধিয়াক ওলগ জনায়। শৈশৱৰ মনোবিজ্ঞান অধ্যয়ন কৰিবলৈ যদি আমাৰ কিবা সাহিত্য আছে, তেনেহ'লে এই ল'ৰা নিচুকুওৱা ধাইনাম আৰু ল'ৰা-ধেমালিৰ গীতবোৰেইহে। সেইবোৰতে শৈশৱৰ দেৱত্ব, নৱীনত্ব আৰু লালিত্য সোমাই আছে। সেইবোৰতেই আকৌ ল'ৰালিৰ হাঁহিৰে মলঙা মুখৰ জেউতি, আনন্দ আৰু ভয়-বিস্ময়, উলাহী কল্পনা আৰু কৌতূহলী বিশ্বাস-অবিশ্বাসৰ মিহলি সুঁতিবোৰ ধৰা পৰে। "শিয়ালী এ নাহিবি ৰাতি" বোলোঁতে হয়তো অলপ-ধতুৰা ল'ৰাৰ মনত ভয়ৰ সঞ্চাৰ হ'ল। "তোৰ কাণ কাটি লগাম বাতি" বোলাত সেই ভয়



আঁতৰিল ; কি জানি, "কাণ কাটিম" বুলিলত শিয়ালীয়ে ভয় খাই নেগুৰ ওভতাই লৰকে মাৰিলে। "শিয়ালীৰ মূৰৰে মকুৰা ফুল, শিয়ালী পালেগৈ ৰতনপুৰ" বুলিলত শিয়ালীৰ মূৰৰ মকুৰা ফুলনো কেনে তাৰ কৌতূহল, ৰতনপুৰনো কি নগৰ ? —এই প্ৰশ্নৰ বিষম ভাবৰ মাজত—ল'ৰা-ছোৱালীয়ে বুঢ়ী-মাকৰ মুখলৈ চাই ৰ'ব। শিয়ালীকয়ে কাণ কাটিম বুলিয়েই আঁতৰাই পঠিয়াব পাৰি, তাৰ আনন্দ, কিজানি নোৱাৰিয়েই, সেই অবিশ্বাস-ভাবে ল'ৰা-মনত কিমান obstinate questioning-অৰ সৃষ্টি কৰে !!

এই ল'ৰা-মনৰ কাৰণে বসুধৈৱ কুটুম্বকম্। ফুল-পাত, গছ-গছনি, জোন-তৰা, মেঘ-ৰ'দালি সকলোটিয়েই সজীৱ সপ্ৰাণ হৈ "হালধীয়া-চৰাই", বটা চৰাই, কামচৰাই, হঁয়কলি, ভেকুলী—আটাইবোৰৰ লগ লাগি শিশুৰ কাৰণে এক অভিনৱ ৰাজ্যৰ সৃষ্টি কৰে। শিশু সেই ৰাজ্যৰ ৰজা ; সেই ৰাজ্যত নিৰানন্দ নাই। চকুপানীও তাত মধুৰ। এই ৰাজ্যখনত কল্পনাৰ বোল বৰ বেছি ; সংসাৰৰ ঘোকোটা খোৱা ভোটা চকুৰ সেই ৰাজ্যৰ শাসন-নীতি মতে চলা কাৰ্য্যৰ উৱাদিহ ধৰিব নোৱাৰে।

'জোনবাই এ, তৰা এটি দিয়াঁ।'
'পাত নাই চোট নাই কিহতকৈ দিম ?'
হালধীয়া চৰায়ে বাওধান খায়
শহুৰৰ পুতেকে নাও মেলি যায় ;

নাৱে বোলে টুলুং ভুটুং, ব'ঠাই বোলে টুলুং ভুটুং,
গধূলিতে ডুডুম্ ডুম্ ডবা কোবায়।

ইয়াত জোনবাইৰ লগত ভাইটিৰ যি কথা হ'ল, নহ'ল, হালধীয়া চৰাইটোৰেনো তাত অগা-ভেটা কৰিলেহি কিয়, "শহুৰৰ পুতেক" বা ক'ৰপৰা নাও মেলি আহিল, গধূলি ডবাৰনো কিহৰ ইমান খেলি-মেলিখন,—এইবোৰ আমাৰ সহজে বুজা টান। কিন্তু শিশুৰ মনৰ কাৰণে সেই সকলোটিৰে মাজত সম্বন্ধ-সূত্ৰ আছে; কাৰণ সকলোটিয়েই সেই মনৰ ধেমালিৰ লগৰী।

ইৰ্‌কিচি মিৰ্‌কিচি বাঁহৰ শলা।
মোমাইৰ পছুলিত বান্ধিলো ঘোঁৰা।

—মোমাইৰ পছুলিত ঘোঁৰা বান্ধিবলৈ জানো "ইৰকিচি-মিৰ্‌কিচি বাহঁৰ শলা" লাগিছে? এই উপকৰুৱা বাক্যআষাৰ আন শ্ৰেণীৰ অনুকাৰ-বাক্যৰ দৰেই অৰ্থহীন; কিন্তু ল'ৰা-মনৰ কাৰণে যেন তাতো কিবা যাদুকৰৰ যাদুৰ মন্ত্ৰ সোমাই আছে।

॥ আই-নাম ॥

ধৰ্ম্মভাব সকলো ভাব-অনুভূতিকৈ গভীৰ। গতিকে সকলো হিয়া ছুব নোৱাৰিলেও, যি হিয়া এবাৰ সি চুইছে, তাৰ গভীৰতম কোণবোৰো উদ্বাউল নোহোৱাকৈ থকা নাই।



ধৰ্ম্মৰ জ্ঞান আৰু ভক্তিভাব নথকা অন্তৰৰপৰাও ধৰ্ম্মগীতৰ মাধুৰ্য্যই চকুপানী টানি অনা সহজ কথা।

বোধ হয় অসমৰ তান্ত্ৰিক যুগৰেপৰা চলি অহা বা আন নহ'লেও তান্ত্ৰিকতাৰ দূৰ প্ৰভাৱত উৎপন্ন হোৱা আই-তুতি-ঘোষা-পদবিলাকত ভক্তিৰ গভীৰতা, অনুভূতিৰ তীব্ৰতা আৰু স্বাভাৱিকতা আৰু প্ৰকাশ-ভঙ্গিমাৰ অনাড়ম্বৰ গতি দেখা যায়।

দুখীয়াৰ পুতলা আয়ে তুলি দিলে,
আইৰ মান দয়ালী নাই।
আইৰ নাম শীতলা, দুখীয়াৰ পুতলা
দি যোৱা বুকু জুৰাই॥
দুখীয়াৰ ঘৰলৈ আইলোক আহিছে,
দিবলৈ নাইকিয়া একো।
মূৰৰে কেশেৰে পাৱে মলচিমে,
দেহৰ পাৰি দিমে সাঁকো॥

আই-নামসমূহৰ মাজত পিছলাৰ ঘাট, ফুলবাৰীৰ দেওঘৰ আদিৰ উল্লেখ মন কৰিব লগীয়া। পিছলা নৈৰ পাৰৰ দেৱী-মন্দিৰৰ কথা ৱেড্ ছাহাবেও উল্লেখ কৰিছে। উত্তৰ লখীমপুৰৰ এই নৈ আৰু ফুলবাৰী থান এসময়ত যেন আই-পূজাৰ কেন্দ্ৰ আছিল—এনে এটি আভাস গীতত উল্লেখে ইঙ্গিত কৰা যেন লাগে। কামাখ্যা গোসানীৰ উল্লেখ থকা আই-নামৰ ভাষা অলপ সংস্কৃতীয়া।

কথা আৰু সুৰত আই-নামৰ অনুৰূপ লখিমী-সবাহৰ গীত, অপেছৰা-সবাহৰ গীত।

## ॥ গোসাঁই-নাম ॥

বালক দেৱতা কৃষ্ণ গোসাঁয়ে ভক্তিমানসকলৰ কল্পনাক সদায় এটি আনন্দেৰে সিক্ত কৰি থৈছে। বিশেষকৈ ভক্তি-আন্দোলন আৰু তাৰ সাহিত্যই সমাজৰ সকলো তৰপকে ভেজি যোৱা কাৰণে কৃষ্ণৰ কীৰ্ত্তি-কাহিনী সৰ্ব্ব-জন-প্ৰিয় হৈ উঠিল। কংসৰ কাৰাগাৰত জন্ম হোৱা, যশোদাৰ ঘৰত থাকি বৃন্দাবনত গৰু চৰোৱা, নচা, গোৱা, ধেমালি কৰা—এনেবোৰ কাৰ্য্যৰ আভাস গীতবোৰত পোৱা যায়। ব্ৰজগোপী, বিশেষকৈ ৰাধিকা, আৰু কংস ৰজাৰ চন্দন-যোগাঁতী কুঁজী বুঢ়ীৰ লগত নাগৰ কৃষ্ণৰ মধুৰ সম্পৰ্কয়ো গীতকাৰসকলক সমল যোগাইছে। আনফালে তেওঁলোকৰ মন কৃষ্ণ-বিৰহত আতুৰ গোপীসকলৰ কাৰুণ্যয়ো তেওঁলোকৰ হৃদয় স্পৰ্শ কৰিছে। গোসাঁই-নামত নামৰ মহিমাও ভক্তসকলৰ প্ৰাণৰ উচ্ছ্বাসেৰে উচ্ছ্বসিত হৈ উঠিছে। তথাপি যেন তেওঁলোকৰ তৃপ্তি নাই,—"ভকতক নামে নাটিলে ৰাম ৰাম।" কালিয় নাগৰ শিৰত ভৰি দি নৃত্য-ৰত কৃষ্ণৰ মূৰ্ত্তিয়ে বিপদ-আপদ আৰু কাল-ভুজঙ্গৰ ওপৰত চৰি জীৱনত সুখৰ কণিকা আহৰণ কৰিবলৈ যেন সংসাৰী মানৱক উদগনি যোগায়।



## ॥ সদাশিৱৰ নাম ॥

সংসাৰী হৈও সংসাৰৰ খবৰ নৰখা দিগম্বৰ শঙ্কৰ সৰ্ব্বজন-প্ৰিয়—বিশেষকৈ টোকাৰী বাই ফুৰা ব'ৰাগী ভকতৰ। ব'ৰাগী ভকত বৈষ্ণৱ হ'লেও, শঙ্কৰহে তেওঁৰ হিয়াত, কণ্ঠত, টোকাৰীত। তদুপৰি আপোন-ভোলা শিৱ-শঙ্কৰৰ চৰিত্ৰৰ প্ৰতি অসমীয়া পাঠকৰ আকৰ্ষণ তন্ত্ৰ-মন্ত্ৰ, লৌকিক গীত, মনসাৰ লেচাড়ি আৰু বৈষ্ণৱ কাব্যৰপৰাও সহজে অনুমান কৰিব পাৰি। মহাদেউ বেজালিৰো দেৱতা। ল'ৰা-ছোৱালীৰ মুখ লগা ভাঙিবলৈ আৰু বিয়াৰ তৃতীয় দিনা দৰা-কইনাৰ প্ৰতি কাৰো অশুভ দৃষ্টি খণ্ডন কৰিবলৈ কোৱা খোবা-খুবুনীৰ কাহিনীত আমি চোকা গৃহিণী পাৰ্ব্বতীৰ খেচ্‌খেচনিত হৰক খেতি-খোলাত লগা দেখা পাওঁ। এই হালোৱা শঙ্কৰেই "ভীম-চৰিত"তো দেখা দিছে। লোক-গীতত "ভাঙৰ গুৰি নিতৌ তিনি গুলি, ছপুৰা ধুতুৰাৰ গুটি" খাই পগলা হৈ থকা "ভঙুৱা শঙ্কৰ"ৰ লোকৰঞ্জক ৰূপটি ওলাইছে। তেওঁ "নঙঠা ফকীৰ", কিন্তু আশুতোষ ;—

এ সদাশিৱ এ, তোমাৰ শিৰে জটা।  
জগতক বৰ দিয়া, আপুনি নঙঠা ॥

"পগলা-পাৰ্ব্বতীৰ গীত" এটি বেলাডৰ লেখীয়া ; ইয়াত হৰ-পাৰ্ব্বতীৰ "দম্পতিকলহে লঘুক্ৰিয়া" দেখুৱাই তৃপ্তি লাভ কৰা হৈছে।

### ॥ দেহবিচাৰৰ গীত, টোকাৰী গীত ॥

বাহিৰৰপৰা দেখাত দেহবিচাৰৰ গীতবিলাক ভকতীয়া গীত হ'লেও আৰু সিবোৰৰ বেছি ভাগত মাধৱদেৱৰ ভণিতা থাকিলেও, এই শ্ৰেণীৰ গীতৰ মূল অনুপ্ৰেৰণা বৈষ্ণৱ ধৰ্ম্মৰ ভিতৰতে মাত্ৰ নহয়। ভাৰতত অতি প্ৰাচীন কালৰেপৰা গুপ্ত যোগ-সাধনা আদি চলি আহিছে। আৰু সেয়ে শৈৱ-শাক্ত সংস্পৰ্শত শৈৱ-শাক্ত তান্ত্ৰিক ৰূপ গ্ৰহণ কৰিছে। সেইদৰে বৌদ্ধ ধৰ্ম্ময়ো অৱসাদ যুগত তান্ত্ৰিক ৰূপ লয়। আৰু সহজিয়া বৌদ্ধ পন্থ তাৰে প্ৰকাৰ-ভেদ মাত্ৰ। শঙ্কৰদেৱৰ দিনত এনে বৌদ্ধ তান্ত্ৰিক অসমত অ'ত ত'ত বিয়পি পৰিছিল। গুৰু-চৰিতবোৰত তুই-এক অনাচাৰী "বৌধ"ৰ উল্লেখ পোৱা যায়। শঙ্কৰদেৱে "কীৰ্ত্তন-ঘোষা"ত যি "বামানয়" আৰু "বৌদ্ধ"ক নিন্দা কৰিছে, সি বুদ্ধদেৱৰ আৰ্য্য অষ্টাঙ্গিক মাৰ্গ আৰু পঞ্চশীল আদি-যুক্ত শ্ৰাৱক-শ্ৰাৱিকাক বুজোৱা নাই, তান্ত্ৰিকতাৰ আক্ৰমণত সেই মাৰ্গই যি ৰূপ লৈছিল আৰু যি-সকলে সেই ৰূপ মানি ভোগৰ ধৰ্ম্ম মানিছিল, তেওঁলোককহে বুজাইছে। এনে শ্ৰেণীৰ লোকে শঙ্কৰদেৱৰ প্ৰচাৰিত মত বাহিৰত গ্ৰহণ কৰি ভিতৰত আগৰ ভ্ৰষ্টাচাৰ চলাই থাকিল। মাধৱদেৱে এনে লোককে এইটি ঘোষাত ইঙ্গিত কৰা যেন লাগে—

অন্ন যোনি কিছো নকৰে বিচাৰ,
জাতি কুল ভৈল ভ্ৰষ্ট।
বৈষ্ণৱৰ বেশ ধৰিয়া স্ফুৰয়
বেদ-পথ কৰি নষ্ট ॥



দেহবিচাৰৰ গীতবিলাক যদিও সকলোৰে মাজতেই প্ৰিয় আৰু বিশেষতে মাধৱৰ ভণিতা থকা বাবে বৈষ্ণৱৰো আদৰৰ সম্পদৰ দৰে, তথাপি আচলতে সিবোৰ অসমৰ এক শ্ৰেণী গুপুত সম্প্ৰদায়ৰ মাজৰপৰাহে উদ্ভূত যেন লাগে। পূৰ্ণসেৱা, বৰখেলীয়া, গোপীধাৰা, বৰসেৱা, ৰাতিখোৱা, কৰণিপতীয়া, ৰীতীয়া আদি নামত এই সম্প্ৰদায়বোৰ সিঁচৰতি হৈ আছে। বঙ্গৰ সহজিয়া বৈষ্ণৱ ধৰ্ম্মৰ দৰে তান্ত্ৰিকতাৰ প্ৰাচুৰ্ভাৱত এওঁলোকৰ বহুতো আচাৰৰ জন্ম। এওঁলোকৰ অনেকে কিন্তু শঙ্কৰ-মাধৱৰ বা গোপাল-শ্ৰীৰাম আতা আদিৰ নাম লয় বা সিসকলৰ ভণিতা দিয়া গীত-মাত ব্যৱহাৰ কৰে। এওঁলোকৰ সাহিত্য আৰু দৰ্শনত শঙ্কৰদেৱৰ "অনাদি-পাতন"ৰ প্ৰভাৱ ডাঙৰ। কৃষ্ণানন্দ দ্বিজৰ "পূৰ্ণ ভাগৱত," অজ্ঞাত কবিৰ "গুপ্তমণি", কৃষ্ণাচাৰ্য্য দ্বিজৰ "ভৱিষ্য-সংগ্ৰহ", কবিশেখৰৰ "বৈষ্ণৱ-পুৰাণ" আদিত এওঁলোকৰ আচাৰ আৰু চিন্তাধাৰাৰ পৰিচয় পোৱা যায়। তেওঁলোকৰ সৃষ্টি-তত্ত্বত পিণ্ড ব্ৰহ্মাণ্ডৰ ধাৰণা, সাধনাত শৰীৰতত্ত্বৰ প্ৰাধান্য ঘাই লক্ষণ।

সকলো মূল গুপুত সাধনাতে নিৰালম্ব পৰম সত্যক দুটা বিভিন্ন অথচ জোৰা-লগা শক্তি বা প্ৰকাশ স্বৰূপে কল্পনা কৰা হয়। এই শক্তিৰ এটা চেতন, আনটো জড়; এটা ভোক্তা, আনটো ভোগৰ থলী। তান্ত্ৰিকসকলে এই দুটাক প্ৰজ্ঞা আৰু উপায় ৰূপে, বঙ্গীয় বৈষ্ণৱ সহজিয়াসকলে কৃষ্ণ আৰু ৰাধা ৰূপে, নাথপন্থীসকলে চান্দ আৰু সূৰুজ ৰূপে ভাবি

লৈছে। গুপুত সাধনাৰ আৰু এটি বিশিষ্ট লক্ষণ হ'ল: শৰীৰটো সকলো তত্ত্বৰ আধাৰ, ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ ৰূপ বুলি ধাৰণা। হিন্দু তান্ত্ৰিকসকলৰ মতে চেতন শক্তি শিৱ আমাৰ শৰীৰৰ শিৰোভাগৰ সহস্ৰাৰ চক্ৰত নিৱাস কৰে, জগতৰ মূলীভূতা শক্তি কুণ্ডলীকৃত সৰ্পৰূপে মূলাধাৰ চক্ৰত থাকে; গতিকে শক্তিক ওপৰলৈ তুলি নি শিৱৰ লগত একে কৰাই এওঁলোকৰ সাধনা। আনফালে শিৱৰ অৰ্দ্ধনাৰীশ্বৰ ৰূপৰ অনুৰূপে আমাৰ শৰীৰৰ বাঁও আৰু সোঁ ফালৰ ইড়া আৰু পিঙ্গলাত প্ৰাণ আৰু অপান বায়ুক নিৰোধ কৰি মধ্যম নাড়ী সুষুম্নাৰ ভিতৰেদি বোওৱাৰ ধাৰণা আছে। আমাৰ টোকাৰী নামতো এই ভাব: শৰীৰ-টোকাৰীৰ ইড়া, পিঙ্গলা, চিত্ৰা আৰু সুষুম্না, এই চাৰিগছি গুণা; তাৰ ঝঙ্কাৰৰ মিলনত মহাদেৱ আৰু পাৰ্ব্বতী, এই দুইৰ মিলন হ'ব। সহজিয়া বৌদ্ধ ধৰ্ম্মত প্ৰজ্ঞা আৰু উপায়ৰ মিলন-সাধনাৰ মাজেদি পৰম সত্য সহজৰ প্ৰাপ্তি ঘটে। সহজিয়া বৈষ্ণৱেও আৰোপৰ মাজেদি পুৰুষ-নাৰীৰ মিলনত কৃষ্ণ-ৰাধাৰ যুগল ৰূপ সিদ্ধ হোৱা দেখে। নাথ সিদ্ধসকল চান্দ-সূৰুজৰ মিলনোদ্দেশী হঠযোগৰ যোগেদি কায়-সাধনাত ৰত হয়। আমাৰ ৰাতি-খোৱাসকলেও ৰাধা-কৃষ্ণৰ মিলনৰ সমকক্ষ-ৰূপে নৰ-নাৰীৰ মিলনত সাধনাৰ সিদ্ধি দেখা পায়। তেওঁলোকৰ সেৱাৰ "ৰসৰ পোহাৰী" নহ'লে নহয়।

ৰাতি-খোৱা আদি গুপ্ত সম্প্ৰদায়ৰ সেৱাৰ গীতবোৰক



"চিঁয়া" বোলে। সাধাৰণতে একে ধৰণৰ তত্ত্ব-সম্পৰ্কীয় গীত ব'ৰাগী বেশৰ কিছুমান লোকেও টোকাৰী বজাই গাই ফুৰে। এনে ব'ৰাগী ভকতৰ দৰে বঙ্গদেশতো এক শ্ৰেণী গায়ক আছে—বাউল। বাউলৰ গীতৰ কেন্দ্ৰীয় হ'ল "মনের মানুষ", আমাৰ ব'ৰাগী ভকতৰ "মনাই", "মন ভাই" বা "ঘৰৰ মানুহ।"

শঙ্কৰদেৱৰ "অনাদি-পাতন"ত "দেহৰ মহিমা" প্ৰসঙ্গত কোৱা হৈছে—"ব্ৰহ্মাণ্ডৰ গুণমানে আছে শৰীৰতে।" চৌবিশ তত্ত্ব, কাণ-নাক চকু-মুখ-গুহ্য-লিঙ্গৰ "নৱখান দ্বাৰ", দশ প্ৰাণ-বায়ু চৰি ফুৰা ইড়া, পিঙ্গলা, সুষুম্নাকে প্ৰধান কৰি বাসত্তৰি হাজাৰ নাড়ী, যোগশাস্ত্ৰৰ ষট্‌চক্ৰ, চৈধ্য ইন্দ্ৰিয়ৰ অধিষ্ঠাতা পাপ-পুণ্যৰ সাক্ষী স্বৰূপ চৈধ্য দেৱতা, "হৃদয়-কমলে কৃষ্ণ"—সকলো শৰীৰতে বৰ্ত্তমান। শাৰীৰ সাধনাৰ ইঙ্গিতো এই প্ৰসঙ্গতে কৰা হৈছে—যোগবলত অপান বায়ুক "মায়াৰ শকতি" কুণ্ডলিনীৰ মুখেদি মেৰু-মজ্জাৰ ভিতৰত প্ৰৱেশ কৰাব লাগে। দেহবিচাৰৰ গীতৰ এয়ে ঘাই অৱলম্বন। গীতবোৰ সাধাৰণতে সাঙ্কেতিক বা প্ৰতীক-ধৰ্ম্মী। অন্তৰাত্মকৰ চাৰি ৰূপ—মন, বুদ্ধি, অহঙ্কাৰ, চিত্ত। মনকে সাধনাৰ কেন্দ্ৰ ৰূপে ধৰা হয়। মন দশ ইন্দ্ৰিয়ৰ অধিৰক্ষক। মনৰ কামকে জীৱই নিজ কাম বুলি কৰ্ম্ম-পাশত বন্দী হয়—"মন ভাই তোৰ সঙ্গে জীৱ ভৈল বন্দী।" মনে দেহাৰ ভিতৰত হৃদয়-কমলত থকা "নিজ গুৰু" কৃষ্ণাত্মাৰ পৰিচয়েৰে জীৱক মুক্ত কৰিব পাৰে। এই কৃষ্ণাত্মাৰ অধিষ্ঠানৰ ঠাই "ভাঙা কাঁথা"

কলিজাখন "দ্বাদশ ভকত" বা বাৰ অঙ্গই ভাৰ বৈ লৈ ফুৰিছে। আমাৰ ওপৰত সত্য লোক আদি, তলত পাতাল আদি; মাজত আমি এই সৰু পৃথিৱীত থাকোঁ।

উৰ্দ্ধে দ্বাদশ অধে দ্বাদশ
মধ্যত দশ আঙ্গুল।

—কথাষাৰত দেহবিচাৰৰ তত্ত্বমতে কপালৰ আগৰপৰা ঠুটৰিলৈ মুখৰ জোখ বাৰ আঙুল, ভৰিৰ তলুৱাৰ জোখ বাৰ আঙুল; মাজত পুৰুষ-শক্তিৰ প্ৰতীক, য'ৰপৰা "ভূমি" বা যোনিয়ে শক্তি ধাৰণ কৰি জীৱদেহ সৃষ্টি কৰে, আৰু সেই জীৱয়ে ঈশ্বৰৰ বিৰোধ কৰে—"তাৰো ছিঙি খায় মূল।" "চাৰি আঙুল মাটি" কলিজাৰ ওপৰত বলৱন্ত "চৈধ্য হাতী" ইন্দ্ৰিয়ৰ উৎপাত; তাৰ শাসনৰ "জৰী" নাই। তথাপি "ঢেকুৰা কুকুৰ" মনে মায়াবী ভাবৰ "শিয়াল"ক গুৰু লৈ "ভাগৱত পঢ়ি" ঈশ্বৰাভিমুখী হ'ব পাৰে।

দেহবিচাৰৰ গীতত শৰীৰক কেতিয়াবা নাও, কেতিয়াবা ঘৰ, কেতিয়াবা চাকিৰ লগত তুলনা কৰা হয়। শৰীৰ "চতুৰ অধিক কুৰি জনৰ মন্দিৰ", চৌবিশ তত্ত্বৰ ঘৰ। এই ঘৰৰ "নৱখান দ্বাৰ"। এই ঘৰৰ ভিতৰৰো "নিজ ঘৰ"ত "পূৰ্ণ কৃষ্ণ" বা "পূৰ্ণানন্দ হৰি"ৰ নিৱাস। মায়া-নদীৰ ইপাৰে-সিপাৰে থাকে "কাল-বিকাল পক্ষী"—জীৱাত্মা আৰু পৰমাত্মা।



## ॥ বাৰমাহী গীত ॥

ৰাধা-বাৰমাহী, ৰাম-বাৰমাহী, সীতা-বাৰমাহী, কন্যা-( ফুলৱতী, মধুমতী ) বাৰমাহী আদি অনেক বাৰমাহী গীত বিশেষকৈ অসমৰ নামনি অঞ্চলত পোৱা যায়। এই গীতবোৰ মনোৰম কবিত্বময় আৰু সিবোৰত প্ৰোষিতভৰ্ত্ৰী নায়িকাৰ বিৰহৰ বৰ্ণনা সন্নিৱিষ্ট কৰা হয়। বিৰহিণীয়ে বণিজলৈ যোৱা প্ৰৱাসী স্বামীক উদ্দেশ কৰি বেদনা প্ৰকাশ কৰে। একোটি গীতত বাৰটা তেৰটা কলি থাকে "বাৰ মাহৰ তেৰ গীত গাই নাপাওঁ ওৰ।" প্ৰত্যেকটো কলিয়েই একোটা এধানমান কবিতাৰ দৰে। একো একোটা মাহৰ প্ৰাকৃতিক পৰিৱেশৰ মাজত বিৰহিনীৰ শোক বেলেগ বেলেগ মানসিক স্মৃতি-সংযোগৰ মাজেদি তীব্ৰ হৈ উঠে। গীতবোৰত বছৰৰ চকৰি ঘূৰিবলৈ আৰম্ভ কৰে আঘোণ মাহৰপৰা; আঘোণৰ-পৰাই একালত বছৰৰ বাৰ মাহৰ লেখ হৈছিল। বঙ্গদেশতো বাৰমাসী, বাৰমাসিয়া বা বাৰমাস্যা গীত-ৰচনাৰ ৰীতি আছিল। "কবিকঙ্কন চণ্ডী"ৰ বিৰহিণী ফুল্লৰাৰ "বারমাসী দুঃখকথা", সুশীলাৰ "বারমাস্যা", লীলাৰ "বারমাস্যা", কমলাৰ "বারমাসী" আদি বিৰহৰ মনোৰম গীত। অষ্টাদশ শতিকাৰ কবি ভাৰতচন্দ্ৰ আৰু জয়নাৰায়ণ সেনেও এনে গীত ৰচিছিল। সপ্তদশ শতিকাৰ লোচনৰ "ৰাগতৰঙ্গিণীত", বিদ্যাপতিৰ মৈথিল গীতত বৃন্দাবনৰ বসন্ত-শোভাৰ বৰ্ণনা পোৱা যায়, ইয়াক এটি বাৰমাহীৰ ছিগি পৰা কলি বুলি ভাবিবৰ মন যায়।

বঙ্গীয় নাথ-সম্প্ৰদায়ৰ সাহিত্যতো বাৰমাহীৰ নিদৰ্শন পোৱা গৈছে। হিন্দী লোক-গীতিতো বাৰমাহী আৰু বিৰহীৰ চকু-পানী সৰা বাদলৰ মাহৰ গীতৰ প্ৰাচুৰ্য্য আছে। সূৰদাসে বাৰ মাহ জোৰা গোপীৰ শ্যাম-বিৰহৰ বেদনাৰ মূৰ্ত্ত প্ৰকাশ দিছে তেওঁৰ গীতত; এই গীত অসমীয়া বাৰমাহীৰ দৰে আঘোণ মাহতে আৰম্ভ হৈছে। বাৰমাহী গীতৰ মূল অনুপ্ৰেৰণাৰ ইঙ্গিত দিয়ে আহাৰ মাহত বিৰহীৰ বিৰহ বৰ্ণোৱা সংস্কৃত কাব্য-ৰীতিয়ে।

## ॥ নাও-খেলৰ গীত ॥

নাৱত উঠি মাছ মাৰিবলৈ বা খৰি লুৰিবলৈ যাওঁতে আৰু বেহা-বেপাৰৰ মনেৰে ঘৰৰপৰা অলপ দূৰণিলৈ গ'লে কামৰ অৱসাদ আঁতৰাই নিজৰ উৎসাহ বঢ়াবৰ কাৰণে নাৱৰীয়া-সকলে গীত জোৰে। এই গীতবোৰৰ ঠাই-বিশেষত ব'ঠাৰ ছেৱত তাল ৰাখি চলা ছন্দৰ ক্ষিপ্ৰতা চমকপ্ৰদ। বাৰমাহী গীতৰ দৰে ইবোৰত ডিঙা মেলি দূৰ দেশলৈ যোৱা সাউদ, ঘৰৰ বিৰহ-বিধূৰা সাউদনী, গধূলি বেলিকা ভগা নৌকাত ৰাধাক পাৰ কৰা কৃষ্ণৰ কথাৰ উল্লেখ মন কৰিব লগীয়া। "অ মোৰ মলুৱা ৰে" গীতত কপাহ, নেঠা, যঁতৰ, তাঁতশাল বিচাৰি পায়ো কন্দা শিপিনী ঘৈণীৰ কান্দোনৰ মাজেদি হাঁহিৰ ৰেখা বিৰিঙি উঠিছে। নামনি অসমতে এই শ্ৰেণীৰ গীত সাধাৰণতে পোৱা যায়।



## ॥ জুনা ॥

জুনাক একপ্ৰকাৰে কাহিনী-গীতৰ শাৰীতো পেলাব পাৰি। পকুৱাৰ জুনা, কপাহৰ জুনা, নাঙলৰ জুনা আদিত হাঁহিৰ স্পৰ্শ স্পষ্ট। তাঁতীৰ জুনাটি কবিত্বময় কল্পনাৰে পূৰ। ৰাধিকাৰ কাৰণে কাপোৰ ব'বলৈ দিবলৈ কৃষ্ণ তাঁতীৰ ঘৰলৈ গৈছে; ইয়াৰ ভিতৰতে কৃষ্ণই কাপোৰৰ আৰ্হিৰ যি বৰ্ণনা দিছে, সি পাকৈত শিল্পী-শিপিনীৰ হাতৰ জীৱন্ত "কাজ" যেন লাগে। কপাহৰ জুনা আকৌ দঁতাল হাতী বান্ধিব পৰা মিহি সূতা কটা, গাত ল'লে পিঠিৰ ছাল ছিঙা কাপোৰ বোৱা কাজী শিপিনীৰ কীৰ্ত্তি-কাহিনী! এই জুনাত কাপোৰ কিনিবলৈ অহা নগা বা মিকিৰৰ উল্লেখো মন কৰিব লগীয়া।

ভাওনাত ওলোৱা বহুৱায়ো এনে ধেমেলীয়া জুনা ব্যৱহাৰ কৰা দেখা যায়। কিন্তু বহুৱাই উপস্থিত বিষয় লৈহে সাধাৰণতে বেছি কথা ৰচনা কৰে। বহুৱাহঁত ৰুচিৰ বিষয়ত বৰ স্বাধীন। বিচক্ষণ ভুমুক বহুৱাৰ নাম অসম বুৰঞ্জীৰ পাততো দেখা গৈছে। বহুৱাৰ লগত নামনি অসমৰ ভাউৰাৰ অনুষ্ঠানক তুলনা কৰিব পাৰি।

## ॥ কাহিনী-গীতি বা বেলাড্ ॥

বেলাড্ বা কাহিনী-গীতৰ বিষয়ে আমি ওপৰত আলোচনা কৰি আহিছোঁ। এই শ্ৰেণীৰ গীতত অসমীয়া ভাষা যথেষ্ট চহকী যেন লাগে; কিন্তু সেই অনুপাতে সংগ্ৰহ

কাৰ্য্য হোৱা বুলি ক'ব নোৱাৰি। এতিয়ালৈকে সংগৃহীত-প্ৰকাশিত বেলাডৰ ভিতৰত বৰফুকনৰ গীত, মণিকোঁৱৰ-ফুলকোঁৱৰৰ গীত আৰু জনা গাভৰুৰ গীতেই পূৰ্ণাঙ্গ ৰূপত পোৱা গৈছে বুলি অলপ সাহেৰে ক'ব পাৰি। ওপৰত উল্লেখ কৰা হৈছে যে জুনাবিলাকক একপ্ৰকাৰে বেলাডৰ শ্ৰেণীত পেলাব পাৰি। পগলা-পাৰ্ব্বতীৰ সংলাপমূলক গীতটিও এই লেখতে ধৰিব পাৰি।

## ডুবলা শান্তীৰ গীত

এই গীতটি ১৮৬২ শকত শ্ৰীশ্ৰীৰামচন্দ্ৰ দাসে কামৰূপৰ বামুণা সত্ৰৰপৰা আধকুৱা ৰূপত উদ্ধাৰ কৰিছিল। গীতটিত বাৰমাহী গীতৰ দৰে পোনতেই বিৰহৰ সুৰ বাজি উঠে ;—

হায় হায় কোন থানে ডুবলা তই ও
ও ৰে বণিয়া টেন্টন হে॥

সাউদৰ পুতেক কোঁৱৰে পৰৰ বিবাহিতা ডুবলাৰ ৰূপত মুগ্ধ হৈ তাইক বিয়া কৰিব খোজে। বুঢ়ীমাক মালিনীৰ মুখে এই প্ৰস্তাৱ আগ বঢ়োৱাত ডুবলা কঠোৰ দাবী কৰি বহিল ; আৰু সম্ভৱতঃ সাউদ কোঁৱৰৰ আশা সিমানতে ভঙ্গ হ'ল।

## ফুলকোঁৱৰ আৰু মণিকোঁৱৰৰ গীত

শঙ্কৰদেউ ৰজাৰ পুতেক মণিকোঁৱৰ, কোঁৱৰৰ পত্নী ফুকনৰ জীয়ৰী কাঁচনমতী, তেওঁলোকৰ পুত্ৰ ফুলকোঁৱৰ আৰু দয়িতা



পচতুলা ( পস্তুলা, পাচতুলা ) গাভৰুক লৈ মনোৰম গীত সৃষ্টি হৈছিল। ডিব্ৰুগড়ৰ ভদ্ৰসেন বৰাই ভাগ ভাগকৈ গীতখিনি প্ৰকাশ কৰিছিল। গীতৰ পূৰ্ণাৱয়ৱ কাহিনীটি এই—বৰকলা নগৰৰ ৰজা শঙ্কৰদেউ ( কোনোৱ মতে, শঙ্খদেউ ) আৰু বৰ-কুঁৱৰী মন্দাৰতীয়ে জলভৰ কোঁৱৰক তুতিকৈ এটি পুত্ৰ পালে মণিকোঁৱৰ। জন্মতে গণক বাইলুঙে গণি-পঢ়ি ক'লে কোঁৱৰৰ আয়ুস মাথোঁ যোল বছৰ। ৰজাই গণক-বাইলুঙক বন্দী কৰি থ'লে ঘোঁৰাশালত। ফুকনৰ জীয়ৰী কাঁচনমালাৰ লগত কোঁৱৰৰ বিয়া হ'ল। যোলবছৰীয়া কোঁৱৰে এদিনা শনিবাৰে গঁড়ৰ ধোন্দেদি সৰকি দিখৌত গা ধুবলৈ গ'ল ; সেই ছলতে জলকোঁৱৰে তেওঁক হৰি নিলে, আৰু গণক-বাইলুঙৰ কথা সঁচা হ'ল। বাঁৰী কাঁচন কুঁৱৰী ফুকনৰ ঘৰলৈ গ'ল। তাতে কুঁৱৰীয়ে ল'ৰা এটি পালে, ফুলকোঁৱৰ। ৰজা, বৰকুঁৱৰীয়ে ফুলকোঁৱৰক কাৰেঙলৈ আনি আতোল-তোল্কৈ ডাঙৰ দীঘল কৰিলে। কিন্তু বাপেক-নাইকিয়া কোঁৱৰৰ মন বিমৰিষ ; তেওঁ ভটীয়াই যাব খোজে ভাটীলৈ। কাঁচনৰ মত নাপাই কোঁৱৰে বুঢ়ীমাকৰ কাষত আঁঠু ল'লে। মন্দাৰতীয়ে চুলি ছিঙি আশীৰ্ব্বাদ কৰিলে। চ'ৰাৰ চাৰি (?) ফুকন, বাৰ ৰাজখোৱাৰ আদেশ পাই বাঢ়ৈয়ে বুঢ়া বিহকৰম দেৱতাক শুকান পিঠাগুৰিৰে মানি পাখি লগা কাঠৰ ঘোঁৰা সাজিলে। এই ঘোঁৰাত উঠি কোঁৱৰ সাত দিন সাত ৰাতি "আকাশে উৰাৰত" কৰিলে। ইমানতে কোঁৱৰে ককাকৰ

হাক নামানি পিছলৈ ঘূৰি চোৰাত পথী ঘোঁৰা পৰিলগৈ দিজাই বাই মালিনীৰ বাবে বছৰে শুকাই থকা ফুলনিত। লগে লগে ফুলনি সেউতী, মালতী আদি ফুলেৰে জকমকাই উঠিল। ইয়াৰ পিছত মালিনীৰ যোগেদি সেই ৰাজ্যৰ ৰজাৰ কুঁৱৰী পচতুলাৰ লগত ফুলকোঁৱৰৰ গুপুত মিলন হ'ল। ৰজাই যেতিয়া বৰবৰুৱাৰ যোগেদি কোঁৱৰক চোৰ ধৰি প্ৰাণে মাৰিব খুজিলে, পচতুলাই "মোৰ কোঁৱৰক মাৰিব লাগিলে আইৰে সতিনী খাটিম" বুলি বিপৰীত উক্তি কৰাত বিয়াৰহে আয়োজন হ'ল। গীতৰ শেষৰ ফালে পচতুলাৰ ল'ৰা অৰুণা-জগৰাই নিকৰুণ দাৰিদ্ৰ্যত পৰি বিলাপ কৰিছে,—বাপেকক বগা হাতীয়ে পিঠিত তুলি কোনোবা দেশত ৰজা পাতিলেগৈ, আৰু মাকক লৈ গ'ল বৰ নাৱত ভৰাই সাউদে।

অলৌকিক কাৰ্য্য-কলাপৰ বৰ্ণনা থকা সত্বেও গীতটিত আহোম ৰাজত্ব আৰু ৰাজধানীৰ বায়ু নেবোৱাকৈ লাগি আছে। এই গীত ভিতৰ-সেৱাতো চলে; আৰু এইভাৱে ইয়াৰ শঙ্কৰদেউ ৰজাৰ নামৰ বিশেষ কিবা অৰ্থ থাকিবও পাৰে। ফুল-পচতুলাৰ মিলন-কাহিনীৰ লগত অনিৰুদ্ধ আৰু উষাৰ মিলন কাহিনীৰ ঐক্য মন নকৰি নোৱাৰি। ডক্টৰ ভূঞাৰ "কোঁৱৰ-বিদ্ৰোহ"ত উল্লিখিত লক্ষ্মীসিংহৰ দিনৰ বিদ্ৰোহ কৰিব খোজা কোঁৱৰসকলক সপোনত শুকুলা হাতীয়ে পিঠিত তুলি ফুৰোৱা কথাৰ লগত অৰুণা-জগৰাৰ বিলাপৰ কথাখিনিৰ মিল চকুত লগা। আনফালে বঙ্গৰ



নাথ সম্প্ৰদায়ৰ ময়নামতী আদি গীতৰ মাণিকচন্দ্ৰ, ৰত্নমালা আৰু ময়নামতী, এই নামকেইটাৰ লগত আমাৰ গীতৰ মণিকোঁৱৰ, কাঞ্চনমালা আৰু মন্দাৱতীৰ নামৰ সাদৃশ্যও সহজে চকুত পৰে।

## জনা গাভৰুৰ গীত

এই বিষয়ত বঙ্গীয় গীতবোৰৰ লগত জনা গাভৰুৰ গীতৰো মিল দেখা পোৱা যায়। বঙলা গীতৰ নায়ক গোপীচন্দ্ৰৰ নামৰ ৰূপান্তৰৰ দৰে অসমীয়া বেলাডটোৰ নায়কৰ নাম গোপীচন। কিন্তু জনা গাভৰুৰ গীতৰ লগত বঙলা গীতবোৰৰ গভীৰ সাদৃশ্য নাই, আৰু এই অসমীয়া গীতটিত নাথ সম্প্ৰদায়ৰ কোনো বিশেষত্বও ধৰা নপৰে। বৰং কেঁচাইখাঁতী গোসানী, বাসুদেৱৰ থান, দিক্‌পাল দেৱতা, চন্দ্ৰ-সূৰ্য্য দেৱতা আদিৰ প্ৰাদুৰ্ভাৱহে গীতটিত সৰহ। গীতৰ কাহিনীটি চমুকৈ এই—বুঢ়া ৰজাৰ জীয়েক জনাই গৰুচৰ (গৰুবাং) ৰাজ্যত ৰাজপাট খাই থাকি বিয়া কৰিব খোজা কোঁৱৰবোৰৰ বাবে তিনিটা পৰীক্ষা সাজু কৰি থ'লে। সেই পৰীক্ষাত উঠিব নোৱাৰি ন শ কোঁৱৰ গৰুচৰৰ পোতাশালত বন্দী। কামপুৰ ছহৰৰ কলিধন নট পাণি-প্ৰাৰ্থী হৈ আহিল; তাক "নাক-কাণ কটা বিড়ালী"ৰ অৱস্থা কৰি জনা গাভৰুৱে ঘূৰাই পঠালে। কলিধনৰ উটওনিত নগাঁও (নে গুৱাহাটী) ছহৰৰ গোপীচন কোঁৱৰ আহিল গাভৰুৰ গৰ্ব্ব খৰ্ব্ব কৰিবলৈ। কোঁৱৰে

বাঁৰী মাক আৰু ন পোণ কুঁৱৰীৰ হাক নুশুনি কলিধনেৰে গৰুচৰ ৰাজ্য ওলালগৈ আৰু জনাৰ অলৌকিক পৰীক্ষাত সহজে উত্তীৰ্ণ হ'ল। ইয়াৰ পিছতো গোপীচনে বুঢ়া ৰজাৰ পুতেক অভিমন কোঁৱৰক মাৰি বুঢ়া ৰজাৰ বাৰ কুৰি হাতীকো খেদাই জনাক নিজৰ ৰাজ্যলৈ লৈ আহিল আৰু বিয়া কৰি থ'লে।

মণি-ফুলকোঁৱৰৰ গীত আৰু জনা গাভৰুৰ গীতত অসমৰ সংস্কৃতি-সমাজৰ আৰু আহোমৰ ৰজাঘৰীয়া বিষয়-বাব আদিৰো ভাল আভাস পোৱা যায়। ১৯৫১ চনৰ Journal of the University of Gauhati-ত এই বিষয়ে আমি বহলাই আলোচনা কৰিছোঁ, আৰু এই সিদ্ধান্তত উপনীত হ'বলৈ বিচাৰিছো,—দুইটি গীতেই আহোম ৰাজত্বৰ শেষৰ ফালে ৰচিত।

## ৰাধিকা শান্তীৰ গীত

পিছৰ কালৰ গুৰু-চৰিতবোৰত শঙ্কৰদেৱৰ সমুখত ৰাধিকা (যোগমায়া বা সুমথিৰা) নামে এক কৈৱৰ্ত্ত-পত্নীৰ পলৰে পানী অনা অলৌকিক পৰীক্ষাৰ কথা পোৱা যায়। এই কাহিনী এটি বেলাড-জাতীয় গীততো প্ৰকাশ পাইছে। মন কৰিব লগীয়া যে, বঙ্গদেশৰো লোক-গীতিত গোপী ৰাধিকাৰ এনে পৰীক্ষাৰ কাহিনী পোৱা যায়। ৰাধিকা শান্তীৰ গীতত ৰাধিকা পানীলৈ নামি যোৱাৰ বৰ্ণনাই কমলা কুঁৱৰীৰ সাধুলৈ



মনত পেলায়। ৰাধিকাই চিনাকি দিওঁতে "শঙ্কৰৰ জীয়ৰী, মাধৱৰ বোৱাৰী" বুলি দিয়া চিনাকি ভিতৰ-সেৱাৰ "ৰসৰ পোহাৰী"য়ে আগ বঢ়োৱা আত্ম-পৰিচয়ৰ অনুৰূপ।

## জয়মতী কুঁৱৰীৰ গীত

জয়মতী কুঁৱৰীৰ গীত এতিয়াও ভালকৈ সংগৃহীত হোৱা নাই। এই বুৰঞ্জীৰ কাহিনী-মূলক গীতটি আধুনিক পদ্ধতিত সংগৃহীত হ'লে বৰ সুখৰ কথা হ'ব।

## নাহৰৰ গীত

ইও বুৰঞ্জীমূলক কাহিনী-গীতি। কাশীনাথ তামূলী ফুকনৰ বুৰঞ্জীত আছে, চুখাম্‌ফা খোৰা ৰজাৰ (১৪৭৪-১৫৩৩ শক) "সোনাৰি জিয়ৰি সৰু মেচ্‌লৌ বৰ মেচ্‌লৌ নামে দুজনা কুঁঅৰি; সোণাৰি লৰা নাহৰক দুয়ো কুঁঅৰিয়ে পো বোলাত নাহৰে কুঁঅৰিত বলেৰে তাৰ নামে আলি ও পুখুৰি কৰি, আনো অনেক সকতালি কাম কাজ কৰিবলৈ ধৰিলে। এদিন কুঁঅৰিহঁতে ৰজাত কলে বোলে, আমাৰ বঙ্গহ সৰহ, তোমাৰ বঙ্গহহে নাই। এনে বোলাত ৰজাই ভাবিলে, মোৰ বঙ্গহ নাই হেন বুলি তোলনিয়া লৰা নাহৰলৈহে টানিচে; এনে ভাবি পৰদিনা ৰজাদেৱে আপুনি ফুৰি, জাকে ভাল পালে তাক আনি বঙ্গহ বুলি সোনোআলি হিলৈ দি লগত ললেহি। পাচে ৰজাত অনুমতি লৈ ডাঙ্গৰিয়া সকলে নাহৰক মাৰিলে।

পাচে আমাৰ লৰা মাৰিলে বুলি ছুয়ো জনা কুঁঅৰি আপোনা আপুনি কটাৰি হানি মৰিল।" কোনোৰ মতে ছুই মেচলৌৰ মৃত্যুত খোৰাৰজাই বিয়া কৰোৱা তৃতীয় এগৰাকী কুঁৱৰীৰ লগত নাহৰৰ গোপন প্ৰণয় আছিল ; সেয়ে তাৰ প্ৰতিপত্তি আৰু হত্যাৰ হেতু হ'ল। বিক্ষিপ্তভাৱে পোৱা গীতাংশবোৰ* নাহৰ এক বাঁৰীৰ ল'ৰা আৰু সৰু-বৰ মেচলৌৰ তোলনীয়া পো। মাকৰ হাক নামানি সি "ছকুৰি কুকুৰাৰ ভাৰ" লৈ মহঙত লোণ-পুঙত বেহাবলৈ যায়। এই লোণ-পুং চুহুংমুং দিহিঙীয়া ৰজাৰ দিনত নগাক যুঁজত ঘটুৱাই আহোমসকলে অধিকাৰ কৰিছিল। নাহৰে বেহাবলৈ যোৱা প্ৰসঙ্গত

ভিতৰ নামচাঙত আছে চাপনী,
তাইক পাই পাহৰি যাবি

বুলি বাঁৰী মাকে নাহৰৰ প্ৰণয়িনীকে ইঙ্গিত কৰা যেন লাগে। গীতৰ একাংশত কাঞ্চনী নামে এটি চৰিত্ৰৰো উল্লেখ আছে। স্বৰ্গদেউ আৰু বৰগোহাঁয়ে আলচি-তুলচি নাহৰক নামচাঙলৈ পঠাই তাতে বৰদৈয়াৰ ( বৰদুৱাৰ ) মুখতে কটালে।

কাউৰী কাউৰী অজাতি কাউৰী
কি খাই বোলালি ঠোঁট ?
বৰদুৱাৰৰ মুখতে নাহৰক কাটিলে
তাকে খাই বোলালি ঠোঁট।

---

* নাহৰৰ গীত বেলেগ বেলেগ ঠাইৰপৰা শ্ৰীলীলাধৰ গগৈয়ে সংগ্ৰহ কৰিছে গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-গীতি সংগ্ৰহৰ আঁচনিৰ হকে।



গীতত ৰজাৰ বৰকুঁৱৰীকো গালি পৰা হৈছে—

বুকুত জুই লাগঁতী ৰজাৰ বৰকুঁৱৰী,
পুৰুষক কৰিলি আঁৰ।

## চিকণ সৰিয়হৰ গীত

চিকণ আৰু সৰিয়হ সাত ভাই-ককাইৰ ছুটা। এওঁলোকে আহোম ৰজাৰ আপাহ পাই ৰাজপাটলৈ মন মেলা বুলি সন্দেহ কৰি চিকণ-সৰিয়হক মাৰি পেলোৱা হয়। এই গীত সন্তোষজনকভাৱে সংগৃহীত হোৱা নাই।

## হৰদত্ত-বীৰদত্তৰ গীত

কমলেশ্বৰসিংহৰ ৰাজত্বৰ কামৰূপৰ দন্দুৱা বা ছুন্দীয়া দ্ৰোহৰ ( ১৭১৪ শক ) নায়ক হৰদত্ত আৰু বীৰদত্ত, আৰু হৰদত্তৰ জীয়ৰী পদ্মকুমাৰীৰ বিষয়ে গীতৰ চাৰিটি মাত্ৰ কলি এতিয়ালৈকে পোৱা গৈছে।

## ॥ বাখৰ বৰাৰ গীত ॥

ড° সূৰ্য্যকুমাৰ ভূঞাই লিখিছে, "স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত বাখৰ বৰা নামে এজন অতি সম্ভ্ৰান্ত নগঞা বিষয়াক ৰাইজে প্ৰজাদ্ৰোহী বুলি ভাবি পুৰণিগুদামৰ ওচৰৰ পতীয়াবালিত বধ কৰে। এওঁৰ বিষয়ে গীতটি বাখৰ বৰাৰ

গীত বুলি প্ৰচলিত, তাৰ গোটাচেৰেক পদ মাথোন আমাৰ হাতত পৰিছে,—

আঠীয়া কলৰে পাত সৰু সৰু
জাতি কলৰে পাত,
গা ধুই উঠি মোৰ বাখৰৰ টেমেকাই
খাবলৈ নেপালে ভাত।
লুইতৰ বাঙলী গৰা,
ভৰলুমুখতে ঘৰবাৰী সাজিছে
পালেহি বাখৰৰ বৰা।"

গৌৰীনাথ সিংহই কাৰেঙৰ গড় লাফ্ মাৰি পাৰ হৈ সোণধৰ হাৰীৰ জী তৰাৰতীৰ কাষলৈ যোৱা কথাৰো এটি গীত পোৱা গৈছে।

### বৰফুকনৰ গীত

ড° সূৰ্য্যকুমাৰ ভূঞাৰ দ্বাৰা সম্পাদিত এই গীতটি প্ৰজা-সাধাৰণৰ ওপৰত বুৰঞ্জী-মূলক ঘটনাৰ প্ৰভাৱৰ এটি জ্বলন্ত নিদৰ্শন। ই বুৰঞ্জীৰ বিৱৰণৰ পৰিপূৰকৰ কাম কৰিছে। ঘিণাই বদন বৰফুকনৰ ঘৰৰ ভিতৰত "ফেঁটী গোম মেলা" অকাৰ্য্য আৰু মানৰ অবৰ্ণনীয় উপদ্ৰৱে অসমীয়া প্ৰজাৰ জীৱন হাৰলৈকে কঁপাই পেলাইছিল। অনামী গীতকাৰে "বুঢ়াগোহাঁই অৱতাৰ" পূৰ্ণানন্দ আৰু চন্দ্ৰকান্ত সিংহৰ মাতৃ নুমলী ৰাজমাওৰ ওপৰতে কঠোৰ কটাক্ষপাত কৰিছে। গীতৰ



মতে "বুঢ়াগোঁহাই নৰকী" কাল-হীৰা চেলেকি আত্মঘাতী হ'ল, "ৰাজমাও পাখৰী" ধনী বৰবৰুৱাৰে পলাল। গীতটিৰ পৰা বুৰঞ্জীমূলক চৰিত্ৰ, ঘটনা, কাৰ্য্য-কলাপ, জন-বিশ্বাস আদিৰ আভাস ভালকৈয়ে পোৱা যায়। ইয়াৰ ভাষা শক্তি-শালী ; বৰ্ণনা জীৱন্ত।

### ॥ মণিৰাম দেৱানৰ গীত ॥

সাতাৱন ছালৰ স্বাধীনতা-ৰণৰ অসমত জোৰ ধৰোঁতা "কলিতা ৰজা" মণিৰাম দেৱানৰ ব্যক্তিত্ব অসমীয়া জাতীয় জীৱনত সঞ্চাৰিণী দীপ-শিখাৰ দৰে উঠি মাৰ গ'ল আৰু থৈ গ'ল এটি দীঘল হুমুনিয়াহ। মণিৰাম দেৱানৰ গীতত দেৱানৰ কলিকতা-যাত্ৰাৰপৰা ফাঁচী-চাঙৰ মৃত্যুলৈকে বৰ্ণনা দিয়া হৈছে। গোটেই গীতটি করুণ ৰসত সিক্ত হৈ আছে।

### ॥ সাধুকথাৰ গীত ॥

কমলা কুঁৱৰী, তেজীমলা, পাণেশৈ, তুলা আৰু তেজা, ইত্যাদি সাধুকথাবোৰৰ লগতো কিছুমান টুকুৰা গীত জড়িত আছে। কাহিনী-গীতৰ লগত ইবোৰৰ পাৰ্থক্য—এই গীত-বোৰ সাধুৰ চৰিত্ৰবোৰৰ উক্তি মাথোন ; বিৱৰণৰ অংশ সাধু কওঁতাই সাধাৰণ কথাত পূৰাই যায়। কমলা কুঁৱৰীৰ গীতৰ লগত পূব-বঙ্গৰ কমলাৰাণীৰ গীতিকাৰ সাদৃশ্য আছে। তেজীমলা আৰু পাণেশৈৰ কাহিনী অৱলম্বন কৰি দুজন আধুনিক কবিয়ে দুটি সুন্দৰ কবিতা ৰচনা কৰিছে।

॥ হাইদাং-গীত ॥

কছাৰীসকলৰ মাজত প্ৰচলিত নানা গীত-মাতৰ মাজত হাইদাং গীতটি বিশেষ মূল্যবান এটি সম্পত্তি। ১৯৪৪ চনত ডাঙৰিৰ শ্ৰীগগনচন্দ্ৰ সোণোৱালে এই গীতটি "সন্ধান" নামে সংগ্ৰহত প্ৰকাশ কৰিছিল। ইয়াৰ ভাষা মিহলি আৰু অনিয়মিত অসমীয়া বুলি ক'ব পাৰি। গীতটি ধৰ্ম্মমূলক। পোনতেই নাৰায়ণ, অগ্নিনাৰায়ণলৈ নমস্কাৰ। তাৰ পিছত পৃথিৱী, আকাশ, চাৰি মুঠি জীৱৰ সৃষ্টিৰ বৰ্ণনা। বিৰিং ৰজা আদি কেইজনমান দেৱতাৰ উল্লেখো আছে। ইয়াৰ শাঁহত এটি কাহিনী সোমাই থকা যেন লাগে—সৰু সৰু ৰজা লগত লৈ নৰে ৰজাই নাও-বঠাৰে ৰণৰ সাজেৰে গৈ ৰূপী, কুৰূপী দুই ভনীৰ ঘৰত ভাব শোধাইছে, আৰু ৰূপীক বিয়া কৰাই ঘৰলৈ আনিছে। ৰূপীৰ চিনাকি আকৌ দিয়া হৈছে এইদৰে—

শঙ্কৰৰ জীয়ৰী মাধৱৰ বোৱাৰী
হা ৰে ৰে খোপা লুধুম্ ধুম্।

॥ মায়ামৰীয়া ৰণুৱাৰ গীত-মাত ॥

বিদ্ৰোহী মায়ামৰীয়া বা মোৱামৰীয়া ৰণুৱাই ৰণলৈ সাজু হওঁতে ধেনু-কাঁড় লৈ এই গীত গাইছিল—

এই ধেনু এই কাঁড় ডেকাদেউ ধেনু ধৰ
মুলুং মাৰিবলৈ যাওঁ।
ভালকৈ গুৰি ধৰ মটকৰ ডেকাদেউ
ভৰা গিয়াতিৰে নাও॥



মৰাণ-বিদ্ৰোহৰ এনে আন গীত-পদ ৰচনা হৈছিল বুলি অনুমান কৰিব পাৰি। চুৰম্ফা ভগা ৰজাৰ দিনতে মায়ামৰা গোসাঁই নিত্যানন্দদেৱক ৰজাঘৰৰপৰা মৰোৱা হ'লত, গোসাঁইৰ শিষ্যসকলে শিৱসাগৰৰ কাথপৰাত গোট খাই কক্ষা বান্ধিছিল—

মাৰি যাওঁ, মৰি যাওঁ।
গুৰুৰ ঋণ শুজি যাওঁ॥

"তুংখুঙ্গীয়া বুৰঞ্জী"ত আছে, মৰাণৰ বৰতীয়াই হাতত টোকোন লৈ মাটিত খুন্দি খুন্দি এই নাম গাইছিল,—

অষ্টভুজে সপ্তভুজে চতুৰ্ভুজে ৰাখে।
তাৰে দাই তাকে কাটে,
তাৰে হিলৈ তাকে মাৰে,
চতুৰ্ভুজে ৰাখে॥

শগুণমুৰীত থানা কৰা গোবিন্দ গাওঁবুঢ়াৰ চেকনি-কোবোৱা মোৱামৰীয়াহঁতৰ নাম—"প্ৰজা ঐ জৰৌ-ৰৌৱা।"

লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনৰ "বৰপাহী" বুৰঞ্জীত ( বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষিত ) পোৱা যায়, মৰাণ বিদ্ৰোহীসকলে তেওঁলোকৰ দলৰ মাজত বুজা সঙ্কেত ৰূপে গীত ব্যৱহাৰ কৰিছিল। বাঁহবাৰীৰ ভোগানন্দ নামে এজন, আৰু তেওঁৰ সহযোগীসকলে ৰজা আৰু বৰবৰুৱাক ধৰিবলৈ যাওঁতে ৰাজ-কাৰেঙৰ দুৱাৰ-মুখ সোমোৱা বেলিকা ভোগানন্দই এইটি গীত জুৰিছিল—

অই ভাই কমনে কৰা বেৰহাৰ।
প্ৰচণ্ড বেগৰ ঠাট ৰহি আছে
গাত নোপোৰা উমানে॥
শিলাঞ্চাৰ গড় ভাঙ্গিয়া কটকে
ইটাৰ গড় খহাই।
জৱনৰ পাইকে দুৱাৰ ভেটিলে
ওলাবৰ শকতি নাই॥
সাগৰৰ মধ্যত ঘোঁৰাৰ ঠকঠকি
নগৰ বুৰাইবা নাঞ্জে।
দেহ এৰি ভকতি নকৰিবি ভোগানন্দ
আকৌ মায়াজালে পাব।
আচৰণী প্ৰৱৰ্ত্তনী নীতি নিবন্ধনী
গুৰুক সুমৰি কবি
বোলে বিনন্দৰ কি বেৰহাৰ॥

এই গীতটিৰ প্ৰথম ভাগ প্ৰকৃততে প্ৰথম মায়ামৰীয়া গোসাঁই অনিৰুদ্ধদেৱৰ ৰচিত এটি গীতৰ বিকৃত ৰূপ, পিছৰ ভাগত ফকৰা-জাতীয় কথাৰ সংমিশ্ৰণ।

॥ জিকিৰ ॥

বাৰকুৰি বৰগীত, তেৰকুৰি ফকৰাৰ দৰে আঠ কুৰি জিকিৰ অসমীয়া ভাষাৰ অমূল্য সম্পদ। জিকিৰসমূহৰ লগত শ্বাহমিলন বা আজান পীৰৰ নাম ৰচক-ৰূপে জড়িত হৈ আহিছে। এওঁ অসমলৈ আহে, কোনোৱে কয় আজমীৰৰপৰা,



কোনোৱে কয় আৰব দেশৰপৰা। এই গীত-সমূহৰ ৰচনাৰ সময়ৰ বিষয়েও মতভেদ আছে। কোনোৱে গায়,—

দহ শ দুকুৰি নবিচন হিজিৰী
আৰু পাঁচ বছৰ যায়;
আজান ফকীৰে এই জিগিৰ কৰিলে
হাদিচ ফকহত পাই। (আৰাহন, বছৰ ৩)

আনৰ মতে,

এঘাৰ শ দুকুৰি নবিচন হিজিৰী
আৰু পাঁচে বছৰ যায়;
শ্বাহমিলনে এই জিকিৰ কৰিলে
কিতাব কোৰাণত পাই। (বাঁহী, বছৰ ২৬)

১০৪৫ হিজৰী হ'ল ১৬৩৪ খ্ৰীষ্টাব্দ; ১১৪৫ হিজিৰী হ'ব ১৭৩৪ খ্ৰীষ্টাব্দ। ডক্টৰ ভূঞাই পোৱা এখনি পুৰণি বুৰঞ্জীমতে গদাধৰসিংহৰ দিনত ৰূপাই দা-ধৰাই আজান ফকীৰৰ চকু কাঢ়ে ১৬০৮ শক বা ১৬৮৪ ছনত। গদাধৰসিংহৰ ৰাজত্বৰ সময় ১৬৮১-৯৬ ছন। ১৬৩৪ ছনত অসমত বুঢ়াৰজা প্ৰতাপ সিংহ; ১৭৩৪ ছনত শিৱসিংহ। গতিকে, জিকিৰৰ তাৰিখ মিলোৱা কঠিন। গীতৰ ভিতৰত এঠাইত আছে—"হিন্দুনো মুছলমানৰ লাড়াই আৰু লাগিলে।" এই কথাইবা কোন ঘটনালৈ আঙুলিয়াইছে, ধৰা কঠিন।

সাধাৰণ বিশ্বাস জিকিৰসমূহ আজান ছাহাবৰ ৰচনা। কিন্তু এই গীতখিনি ইমানদিন লিখিত অৱস্থাত নাছিল। এই প্ৰসঙ্গত এইফাকি কথাও মন কৰিব লগীয়া,—

মমিনে মমিনে চেনেহা-চেনেহি
চকুৰে চকুৰে বেথা ;
নপঢ়া ফকীৰে ক'বলৈ ধৰিছে
আদি কলমৰ কথা।

আৰু মন কৰিব লগীয়া যে, চান্দসাইৰ নামে প্ৰচলিত "কিনো গীতে গাইলি চান্দ ৰে বৰাই" গীতটিৰ দৰে জিকিৰৰ ভাষা লোকগীতিৰ ঠাচৰ জতুৱা অসমীয়া। এই হিছাপে জিকিৰ-ৰচকে বাহিৰৰপৰা আহি অসমত বসতি কৰা বুলি ধৰিবলৈ টান হয়। জিকিৰত আকৌ আছে—

ভিখাৰী আজানে কয় আহোঁ পৰদেশ ;
বিনা গুৰু-মুখে নামৰ নাপাই আছো ভেদ।

মৌখিকভাৱে চলি অহা বাবে গীতৰ কথা আৰু ভাষাৰ ভেদ দেখা পোৱা স্বাভাৱিক।

ৰূপাই দা-ধৰাৰ কথা শুনি আহোম ৰজাই আজান ছাহাবক সন্দেহ কৰি চকু কঢ়ায়, কিন্তু পিছত তেওঁৰ ধৰ্ম্মৰ মাহাত্ম্য জানিব পাৰি দিখৌমুখৰ সৰাগুৰি চাপৰিত মাটি-বৃত্তি দি থয়। তাতেই ছাহাবৰ মৃত্যু হয়। চাপৰিয়াল, জাঁজৰিয়াল, ৰূপহিয়াল, আঁহতগুৰীয়া আদি উজনিৰ চৈয়দ-বংশীয় দেৱানৰ পৰিয়াল আজান পীৰৰ বংশধৰ এতিয়াও আছে।

অসমৰ ভক্তি-ধৰ্ম্মৰ লগত আজান ছাহাবৰ প্ৰৱৰ্ত্তিত পন্থৰ বহুতো সাদৃশ্য দেখা পোৱা যায়। জিকিৰত কলিমা আৰু নামৰ মহিমা কীৰ্ত্তিত হৈছে। সুৰ, তাল, চাপৰিৰে জিকিৰ



গোৱাও কোৰাণৰ শাসন কোৱামুঠীয়াকৈ মানিলে ইছলাম-বিৰুদ্ধ ৰীতি। নাম-প্ৰসঙ্গৰ শেষত মহাপুৰুষীয়াসকলে প্ৰসাদ গ্ৰহণ কৰাৰ দৰে শ্বাহমিলনেও চিন্নি বা চিনি ( ফাৰ্চী, শীৰীণী ) দিয়া প্ৰথা প্ৰৱৰ্ত্তায়। এক ঈশ্বৰত বিশ্বাস, সকলো জীৱতে ঈশ্বৰ-বুদ্ধি, নীতি-সদাচাৰ আদি ধৰ্ম্মৰ মূল তথ্যবোৰৰ বিষয়তো দুই ধৰ্ম্মৰ গভীৰ মিল আছে। শঙ্কৰদেৱে কৈছে,— "ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ।" জিকিৰত আছে,—

হক হওক নুৰৰ গায়ব চাৰিও পবনৰ খেলা ;
তললৈ মু'কৈ চোৱাঁ মন কৰি সৱাৰো ঘটে ঘটে আল্লা।

সকলোতকৈ মন কৰিব লগীয়া দেহবিচাৰৰ অনুৰূপ জিকিৰ এটিৰ এইফাকি কথা—

দ্বিতীয়াৰ এ কণ্ঠে (কন্ধে ?) টীকা হনুমন্তে, প্ৰাণ বন্ধু মোৰ,
প্ৰাণনাথ ঐ, এই নাম শঙ্কৰে গায়, না বৈ।
শঙ্কৰদেৱৰ এ বাতি মাধৱদেৱৰ পিৰীতি, প্ৰাণ বন্ধু মোৰ
প্ৰাণনাথ ঐ, গোপালদেৱ সবোৰৰখনি, না বৈ।

( হজৰত আজান পীৰ )

অনেক জিকিৰত যেন বৈষ্ণৱ সাহিত্য আৰু লোক-গীতিৰ প্ৰতিধ্বনি শুনা যায়। তলৰ গীতাংশ ব'ৰাগী ভকতেও টোকাৰীৰ ছেৱত গায়,—

দুনিয়াই এদিনৰ দুনিয়া দুদিনৰ
দুনিয়াই ফুলনি-বাৰী ;
কতক ছলেবলে কৰ তই দুনিয়াই
ধৰিব খেৱালি মাৰি।

খেৱালি জালৰে ঘুৰা বাৰেকুৰি
পাহৰো লেখ-জোখ নাই ;
টিপনি মাৰিয়ে চোঁচনি ধৰিব
সবাকো একে ঠাইত পাই। (বাঁহী)

সৰাগুৰি চাপৰিৰ "মঠ"ৰ "ছকুৰি ভকত"ৰ সংখ্যা শঙ্কৰদেৱৰ সঙ্গৰ ভকত ছকুৰিৰ অনুৰূপ যেন লাগে। বিৱৰণ-মূলক দুই-এটি গীত কাহিনী-গীতৰ পৰ্য্যায়ত পেলাব পাৰি।

# চটাই পৰ্ব্বত আৰু ছিৰি-লুইত

## ॥ ঋতুৰ পৰশ আৰু গীতৰ জনম ॥

চ'তে চ'তে গৈয়ে ব'হাগে পালেহি,
ফুলিলে ভেবেলী লতা,
মনে ডেই গৈয়ে মনতে পৰিলে
লাহৰী লেডেঙৰ কথা।

চ'ত গৈ বহাগ, ভেবেলী লতা, পিলিঙা ডেকাৰ মন আৰু তাৰ লাহৰী চেনেহী—এই চাৰিটাৰ মাজত যি ঘন সম্বন্ধ আছে, তাকে লৈয়ে বনৰীয়া ফুলৰ দৰে উলুৰনিয়ে-খেৰণিয়ে হেজাৰ বিজাৰ বন গীত ফুলি উঠিছিল আৰু আজিও উঠে। আজিৰ ভাবুক-জগতৰ দুটা ঘাই সুঁতি ; এটা ফ্ৰয়ডীয়, আনটো মাৰ্ক্সীয়। এই দুই ভাবৰ সুঁতিয়ে জীৱনৰ দুটা মূল ধাৰা স্বীকাৰ কৰি লয়। মানুহৰ জীয়াই থাকিবৰ বাবে আৰু ভৱিষ্যতৰ জীৱন-সোঁত বোৱঁতী কৰি ৰাখিবৰ বাবে যি হেঁপাহ, তাৰ মূলত দুটা বস্তু চিৰন্তনভাৱে বৰ্ত্তমান ৰৈছে—উদৰৰ ক্ষুধা আৰু যৌন ক্ষুধা। প্ৰথমটো ক্ষুধা দিনে দিনে শাঁত কৰিবলৈ আহাৰ লাগে, আৰু সেই আহাৰ-যোগাঁতী অন্নপূৰ্ণা এই শস্য-শ্যামলা পৃথিৱী। দ্বিতীয় ক্ষুধাটো নিবাৰণৰ

কথা ক'বলৈ আমি যিমান লাজ পাওঁ লাগিলে, তাক অস্বীকাৰ কৰিবৰ উপায় নাই। জীৱনৰ সোঁত বন্ধ কৰিবৰ ক্ষমতা অন্ততঃ মানুহৰ নাই। সেই কাৰণে ঋষি-মুনিসকলে তাকে পৱিত্ৰতাৰ ঢাকনি এখন দি, বেদৰ মন্ত্ৰৰ মোহনি সানি বিয়া নামে জয়জয়কৃত কৰি গৈছে। কোনোৱেবা যৌন সঙ্গমতে ব্ৰহ্ম-চ্যোদনাৰ ৰূপ দেখা পাইছে। আনফালে আকৌ কবি আৰু ৰমাণ্টিকসকলে এই কাম-বাসনাকে প্ৰেম নাম দি তাৰ গাত নানা ধৰণৰ 'ফিলজফি' জাপি দিবলৈ চেষ্টা কৰিছে। কিন্তু পুৰণি কলহতে থওক বা নতুন কলহতে থওক, লাও-পানী লাও-পানীয়েইহে।

আদিম মানুহৰ কাৰণে প্ৰচুৰ শস্য আৰু বহু সন্তান, উভয়েই দুৰ্ম্মূল্য আছিল। তেওঁবিলাকৰ কাৰণে জীৱন সঁচাকৈয়ে এক সংগ্ৰাম আছিল—মৃত্যুৰ বিৰুদ্ধে আৰু ধেনু-কাঁড় জাঠি-জোং লৈ যুঁজা শত্ৰুৰ বিৰুদ্ধে। এই দুমুখীয়া যুঁজৰ বাবে লাগিছিল অফুৰন্ত খাদ্য-সম্ভাৰ আৰু বলী যুঁজাৰুৰ দল। গতিকে তেওঁলোকে শস্যৰ ক্ষেত্ৰ পৃথিৱী, আৰু সন্তান-উৎপাদনৰ ক্ষেত্ৰ নাৰী, দুয়োৰ জনন-শক্তিৰ বৃদ্ধিৰ বাবে ব্যাকুল হ'ব লগীয়া হৈছিল।

আদিম মানুহৰ কাৰণে সোণালী ধাননি আৰু লোদোৰ-পোদোৰ সন্তান-সন্ততি উভয়েই মহোৎসৱৰ সম্পদ। "উৎসৱ" শব্দটোৰে মৌলিক অৰ্থ উৎপাদন। অসমৰ চ'ত মাহটো অৰ্থাৎ বসন্ত কালটো এক স্বাভাৱিক উছৱৰ সময়। আহোম



সকলে পোনে পোনে আহি চৰাইদেও পৰ্ব্বতৰপৰা অসমখন দেখি জাপ মাৰি উঠিছিল, কৈছিল, "এইখন সোণৰ বাৰীৰ দেশ।" সেই সোণৰ বাৰীৰপৰা ধান-মাহ আদি সকলো শহ্ গোটাই ডেকা-গাভৰুহঁত চ'তমহীয়া আজৰি হৈছে। এবছৰৰ আহাৰ মেট মৰা ভঁৰালত থৈ সিহঁতৰ কি বিপুল আনন্দ! তাতে কেয়োফালে আনন্দময়ী প্ৰকৃতিৰ বিনন্দ-বিলাস। এয়ে "বাটে পোৱালি মেলিবৰ", "মৰা গৰুৰ ছালে বেবাবৰ" সময়। ৱেষ্টাৰ্মাৰ্কে ক'বৰ দৰে ব্যস্ত জীৱনৰ কৰ্ম্ম-কোলাহল পাহৰি কেইদিনমানৰ কাৰণে জিৰণি লোৱা আৰু আনন্দ-উছৱত মতলীয়া হোৱা সকলো প্ৰাচীন সভ্যতাৰে এটি বিশিষ্ট অঙ্গ আৰু সেয়ে সেই সভ্যতাৰ দীৰ্ঘ জীৱনৰ এটি কাৰণো। চ'ত মাহ মানেই আমাৰ ডেকা-গাভৰুহঁতৰ জিৰণি আৰু উছৱ দুইটাৰে মিলনৰ সময়। তাৰ উপৰি, এটা বছৰৰ ব্যস্ততাৰ, আৰু অভিভাৱক আৰু সমাজৰ হেচাত, ক'ৰবাত কেনেবাকৈ ডেকা আৰু গাভৰুৰ "চক্ষু-ৰাগ-তাৰমাধিক্যম্" ঘটিলেও, সিহঁতে এতেদিনে মৰম-চেনেহ আদান-প্ৰদান কৰিবৰ সুবিধা পোৱা নাছিল। এতিয়া পাব। ডেকাই ম'হ গৰু মেলিবলৈ বা চপাবলৈ বা খৰি লুৰিবলৈ, পথাৰৰ মূৰত হাবিত সোমাবগৈ আৰু গাভৰুৱে জুম্ পাতি ডোবা-হোলা জান-জুৰিত জকাই বাবগৈ। এই ছলতে সিহঁতৰ ভাবৰ আদান-প্ৰদান হ'ব, উত্তৰা-উত্তৰি হ'ব গীতৰ ভিতৰেদি। এই কাৰণেই চ'ত মাহ অসমীয়া ডেকা-গাভৰুৰ

অতি হেঁপাহৰ। কামৰ মাজত টেপা খাই থকা মনটো অকল আজৰি পোৱাৰ বাবেইযে উজাৰ খাই উঠে, এনে নহয়; তাত ঋতুৰ আৰু "ভেবেলী লতাৰ ফুল"ৰ অর্থাৎ চাৰিওফালৰ উদ্ভিন্ন-যৌৱন সৌন্দর্য্যৰ প্ৰভাৱো যথেষ্ট; অর্থাৎ "লক্স্লি হল"ৰ কবিয়ে ক'বৰ দৰে "বসন্তৰ পৰশত ডেকা ল'ৰাৰ মন প্ৰেমৰ ভাবলৈ মৃদুভাৱে ঢাল খাই পৰে"; পাহৰি থকা লাহৰী লেডেঙৰ কথা, শুকান ঘা মুকলি কৰি লোণ চিটোৱাদি, চেৰেঙাই মনলৈ আহে।

বিহু-নাম আৰু বনগীতত অসমৰ জাতীয় জীৱনৰ অনেক গোপন অধ্যায় লুকাই আছে। সেইবোৰ লাহে লাহে লোপ পাই আহিবলৈ ধৰিছে। শিক্ষিত সম্প্ৰদায়ে সেইবোৰ লাজৰ বিষয় বুলি ভাবে, আৰু সেই ভাব গাঁৱত সোমোৱাত তাতো এই ধুনীয়া বস্তুবোৰৰ অনাদৰ বাঢ়িব লাগিছে। পথাৰৰ মাজত বা গছৰ তলত ডেকা-গাভৰুৰ বিহু-তলি আজি নিশবদ হৈ আহিছে। ইফালে "অতিকৈ চেনেহৰ মুগাৰ মহুৰা, তাতোকৈ চেনেহৰ মাকো"ৰে আজিৰ থুপৰী গাভৰু-হঁতৰ চেনেহৰপৰা বঞ্চিত হৈছে, পিঠা-পনা নোহোৱা হৈ আহিছে আৰু যি বিহু "নাপাতি থাকিব পৰা নহৈছিল" সেই বিহু নপতাটোৱেই মঙ্গল বুলি ভাবিছো! মুঠতে স্বাধীন অসমৰ স্বাস্থ্যৱন্ত জাতীয় জীৱন পৰাধীনতাত পৰি পৰানুকৰণ-ৰোগ-সংক্ৰান্ত হৈছে। ইয়াৰ অর্থনৈতিক-ৰাজনৈতিক কাৰণো নিশ্চয় নোহোৱা নহয়।



॥ হুচৰি আৰু বিহু-তলি ॥

প্ৰথম মোৱামৰীয়া বিদ্ৰোহৰ ফল স্বৰূপে ৰমাকান্ত ৰজা হোৱাৰ পিছত ১৭৭০ খ্ৰীষ্টাব্দৰ ব'হাগৰ বিহুত আহোম ডা-ডাঙৰীয়াৰৰ পো-পোৱালিসকলে ভেশছন কৰি ৰমাকান্তৰ চোতালত হুচৰি গায় আৰু মগলো কুঁৱৰী কুৰঙ্গনয়নীৰ সাহায্যত তেওঁক হত্যা কৰে। স্বাধীন যুগৰ "ভাল ঘৰ"ৰ মানুহেও হুচৰি গোৱা বেয়া বুলি নাভাবিছিল। স্বর্গদেও-সকলেও বিহুৰ ৰং-ধেমালিক উদগনিহে দিছিল। এই উদ্দেশ্যেই শিৱসিংহই ১৭৪৫ ছনত ৰংঘৰ সাজে; ইয়াত সাত-বিহুত কি উছৱ হৈছিল বৰদলৈৰ "ৰঙ্গিলী"য়েই কৈ দিব। অসমীয়াৰ চহুৱা গীতৰ দুটা ধাৰা বহুতো কালৰ আগৰপৰাই বৈ আহিছিল—প্ৰথম, ভকতীয়া সুৰে কীর্ত্তন-ঘোষাৰ ভিতৰেদি পাঁচ শ বছৰ অসমীয়াৰ হিয়া অধিকাৰ কৰি আহিছে; দ্বিতীয়তে লোক-গীতিসমূহ; ইয়াৰ ভিতৰত বিহু-নাম আৰু বনগীত বিশিষ্ট সম্পদ। এই ভকতীয়া আৰু বনৰীয়া দুয়োটা সুৰ বিহুৰ হুচৰিত সমন্বয়ত পৰিণত হয়। পোনতে হৰি-নামৰ হুচৰি-কীর্ত্তন কৰি বিহু-নাম আৰম্ভ কৰে,

প্ৰথমে প্ৰণমো দেৱী সৰেচতী,
দুতিয়ে প্ৰণমো হৰি;
তৃতীয়ে প্ৰণমো গাৱঁৰ বুঢ়া-মেথা
ধৰি যাওঁ নামৰে গুৰি।

মাজে মাজে 'বনৰীয়া' নাম একোটাও সৰি পৰিব পাৰে বুলি কৈ থয়,

নামৰে কঠীয়া ঈছৰে দিছিলে
ব্ৰহমাই সৰজা নাম ;
বেয়া নাম ওলালে খেমিবাঁ দেউতা
প্ৰথমে পিৰীতি গাম।

বিশেষকৈ সোণ এচৰু, ৰূপ এচৰু বা সিমান নহ'লেও সৰহাই চিকা-ৰূপ যাচিব পৰা ডাঙৰীয়াসকলৰ ঘৰতে হুচৰিৰ ধুম্ বেছি পৰিছিল।

দেউতা চিকুণে, কেঁকোৰা-দোলাখন,
খপে গজপুৰৰ আলি।
দেউতা ওলালে বৰচ'ৰাৰ মুখলৈ,
ছুলীয়াই পাতিলে দোলা ;
কাণত জিলিকিলে নৰা জাংফাই,
গাত গোম্চেঙৰ চোলা।

গীতৰ ছেৰে-ছেৰে চিকা-ৰূপ আৰু খনীয়া-গামোচা উলিয়াই গৃহস্থৰ সেৱা গ্ৰহণ কৰে, কাৰণ "গৰু-বিহু দিনাখন ল'বাঁ আশীৰ্ব্বাদ, তেহে পাবা বৈকুণ্ঠত থান।"

বিহু-নামত সাধাৰণতে এইবোৰ বাদ্যৰ নাম পোৱা যায়— ঢোল, বৰকাঁহ, টকা, খোল, বাঁহী, বীণ, 'ক'লীদৈ ম'হৰ' শিঙৰ বনকাই অনা 'ৰংদৈ পেঁপা' আৰু 'আগালি বাঁহৰ পবালি গগনা।' এই গগনাৰ সুৰত ডেকা-গাভৰুৱে চেনেহৰ কথা পাতে।



ত'তে শুনিলো, এখেতে চিনিলো,
মোৰ ধনে গগনা বায় ;
কিনো অমাতৰে, মাতে ঐ লাহৰী,
বুকেদি সৰকি যায়।

বিহুৰ বিশেষ প্ৰসাধনৰূপে গাভৰুহঁতে থেৰেজু আৰু জেতুকা বাটি ৰাতি ফটাকানি কল-পাতেৰে হাত বান্ধি থৈ পুৱা গৰু-মূতত ধুই হাত ৰাঙলী কৰি 'লয়, "লিপ্ষ্টিক্" নঘঁহি বৰ্হমথুৰিৰ থুৰি-পাত চোবাই ওঁঠ দুটা "ছেপিয়া" ৰঙৰ কৰে, কল-ডিলীয়া খোপাত কপৌফুল আঁৰে, তেল-টেঙা ঘঁহি তেল-পৰি-পিছলা গাল চিক্চিকায়া কৰি লয়। হাতত আমোল্-মোল্ কেতেকী আৰু মেৰ্-তলিত সখীহঁতলৈ বা চেনেহৰ ডেকালৈ থুৰিৱা তামোল। সখী বা চেনেহৰ জন আহিলে হাতৰ কাম মাটিত পেলাই বিহু-তলিলৈ ঢাপলি মেলে। বেইতা ( বিবাহিতা ) তিৰোতাও কেতিয়াবা মনৰ বেগ বা পুৰণি আকৰ্ষণ এৰাব নোৱাৰি পলাই-উৰাই সেই-খিনি ওলায়গৈ। বিশেষ কোনো ডেকাই নাম নিদিলে বা পেঁপাৰ বা ঢোলৰ ছেও নামাৰিলে কোনো কোনো গাভৰুৰ নাচিবলৈ গা নাহে। কেতিয়াবা বিহুতলিত বিশেষ চেনেহা-চেনেহি থকা ডেকা-গাভৰুৰ মাজত সুভদ্ৰা-হৰণৰ অভিনয়ো হয়।—

তাঁতো সামৰিলো, সূতো সামৰিলো,
তোমাৰ লগত বিহুলৈ যাওঁ।

* জীয়াই থাকে মানে তোমাৰে তিৰোতা
বিহুলৈ উলিয়াই দিয়াঁ।
* বেইতা স্বামীয়ে চায় জুমি জুমি,
মোৰজনী আহিছে বুলি।
* বিহু মাৰি থাকোঁতে পলুৱাই নিনিবাঁ,
ভৰিব লাগিব ধন।

ডেকা আৰু গাভৰুৰ দলৰ মাজত নামৰ হাৰ-জিত লাগে। কেতিয়াবা ডেকাৰ পেঁপা আৰু গাভৰুৰ নাচৰ অঁৰিয়া-অঁৰি চলে। আন কি, কোনো সময়ত এই হাৰ-জিতৰপৰাই দুটি ডেকা-গাভৰুৰ ভৱিষ্যত ভাগ্য-নিৰ্ণয় পৰ্য্যন্ত হৈ যায়। উপৰন্তু, এই নাচবোৰ যথেষ্ট কামোদ্দীপক; প্ৰাচীন কবিসকলে কল্পনা কৰা পাঁচবিধ ফুল-পাতত সোমাই-থকা অনঙ্গৰ পৰশ, আৰু ডেকা-গাভৰুৰ বাধাৰ মাজৰ এই প্ৰায় অবাধ মিলা-প্ৰীতিৰ সময়ত "যৌৱনমঙ্গেষু সন্নদ্ধম"ৰ দৰশ,—দুইটা মিলি বিশেষ দুজনৰ স্বয়ম্বৰ সম্বন্ধ ঘটোৱা একো আচৰিত নহয়। বসন্তৰ ফুল শৰতৰ ফলত পৰিণত হয়; যৌৱনতো সেই দৰে ভৱিষ্যতৰ এটি আশা গুপ্ত হৈ ৰৈছে। অসমত স্মাৰ্ত্ত বিবাহ চলাৰ আগতে কি সামাজিক ৰীতি অনুসৰি দুজনৰ মিলন হৈছিল ঠিৰাংকৈ ক'ব পৰা টান। কিন্তু বিহু-তলিৰ গন্ধৰ্ব্ব বিবাহে আজি বহুতো দিনলৈকে লুকাই-চুৰকৈ দেখা দিছিল।

## ॥ ৰং-ৰূপহ আৰু চেনেহ-চানেকি ॥

অসমীয়া মতা-তিৰোতাৰ সাজ দিনে দিনে পৰিৱৰ্ত্তন হৈ আহিব লাগিছে। আগৰ দিনীয়া অলঙ্কাৰ এপদো আজি-কালি ঠাই বিশেষত ব্যৱহাৰ নোহোৱা হৈ পৰিছে। এই সাল-সলনিবোৰ বিহু-বন-গীতত লক্ষ্য কৰিব পাৰি। আগৰ ডেকাই (ধৰি লোৱা হক, তাৰ নাম নাহৰ) তাৰ মনৰ গাভৰুক (তাইৰ নাম জানিবাঁ মনেমা) কৈছে, "পেৰাৰে সিঙ্খাপ (বা কিঙ্খাপ) দি যাম উলিয়াই, বেহাই যাম প্ৰেমৰে বেহা।" গাত কাপোৰ লোৱা পাট-গাভৰুৱে যৌৱনৰ উক্‌মুকনিতে "মুগা ৰিহা মেৰালে গাত।" মনেমাৰ সদায় "ল'বৰ মনে যায় জালিকটা ৰিহাখন" বা "চিটিকি চেলেঙে।" আগৰ দিনৰ বৰ চহকীহঁতৰ "কাণত জিলিকিলে নৰা জাংফাই গাত গোম্‌চেঙৰ চোলা" আৰু হয়তো "গুণা কটা পাগুৰি, শেল দিয়া চুৰিয়া আহে তিৰেবিৰে কৰি", আৰু বা ওলমি আহিব "ফুলাম চেলেঙৰে দহি।" "তাৰৱ (?) চুৰিয়া লেচাই মৰা" আমাৰ নাহৰৰ লাহৰ বস্তু। আহোম ৰজাৰ দিনত ব'ৰাগী বেশেৰে বিদেশত ঘূৰি সাজ-পাৰৰ "ডিজাইন্" গোটাবলৈ বিশেষ দুটা শ্ৰেণী বিষয়া নিযুক্ত হৈছিল; স্বৰ্গদেওসকলে পিন্ধা 'মোগ্‌লাই টুপী' এনে ধৰণৰ আমদানী; ৰাজ-ৰাণী, আইচুসকলে গাত চোলা পিন্ধা পুৰণি চিত্ৰত আছে; কিন্তু সাধাৰণ তৰপৰ তিৰোতা মানুহৰ বাবে সি অপ্ৰাপ্য আছিল যেনহে লাগে। "গা চায়ে চোলা, মূৰ চাই সেঁওতা, কাণত বাখৰ লগা কেৰু"—গাভৰুৰ এই চিত্ৰ একেবাৰেই নতুন যুগৰ; ইয়াত নতুন সাজ, পুৰণি অলঙ্কাৰ আৰু চিৰন্তন প্ৰসাধনৰ মিল ঘটিছে। "ডিব্ৰুগড়তে আছে

ৰঙা চোলা' বা "জাকিট চোলাৰ তলতে যুৱন টনেটনায়"— এইবোৰ চোলা মাৰোৱাৰী, মুদিহঁতৰহে দান। নাহৰ বোপাটিৰ সাজো সলনি হ'ল—"ক'লা চোলা কুৰুতা, গুদাম মাৰোঁ পাঁচোটা" আৰু চিম্‌লাৰপৰা আমদানী "চিম্‌লাই চুৰিয়া কান্ধতে পেলাই লৈ" সি তাৰৰ কাপোৰ, মুগা চুৰিয়াৰ কথা পাহৰি পেলালে। মুগাৰ মিৰ্জাই, এঙা, বুকু-চোলা আৰু চুৰিয়াৰ কা কথা? কাণত নৰাই (বা নগাই) বেচা "নৰা-জাংফাই"তো নায়েই ; কৰ্ণ-বেধো নোহোৱা হৈছে।

আত্ম-গ্লানি আৰু পৰানুকৰণ-গৌৰৱৰ বাবেই বা সামাজিক অন্য পৰিৱৰ্ত্তনৰ ফলতে অসমীয়া অলঙ্কাৰ কমিছে আৰু সেই ব্যৱসায়ো লোপ পাবৰ আগন্তুক হৈছে।

গুৱায় কি হুগুৱায় সোণৰ পোৱালমণি,
বনিয়াই বনিয়াই চাওঁ।
* আতোলা সোণৰ বিৰি গঢ়াই দিয়ঁা,
বিহু মাৰিবলৈ যাওঁ।
* মাছৰ চকু যেনে বিৰি গঢ়াই দিলো,
এবেলা নেদেখোঁ গলত।
* কেলেই লাগিছে ছিৰি-মৰা আঙঠি?
পানী আনি আনি ভাগে ;
* ভনীয়েৰৰ হাততে দুহাতে দুমুঠি,
তাৰে আদেমুঠি লাগে।
* হাতত গোটা খাৰু কোনে দিলে আইকণ?
বহিলে জুনুকাই বাজে।



* হাতৰে গুৱনী হাতৰ গামে খাৰু,
কঁকালৰ গুৱনী বিহা।
* হাতী-দাঁতৰ থুৰিয়া, নেজে বাখৰ-পতা,
কাণে লওঁ মূৰে লওঁ কৰে।
* জাংফাই কেৰুযোৰ, পনিয়লী বাখৰবোৰ,
কাণত জিকেমিকে কৰে।
* চকা পিতলৰে আঙঠি গঢ়াই দিম,
গল-পতা গঢ়াই দিম গলত।
* তোমালৈ আনিমে ছিৰি আঙঠিটি,
মাজত বালিচন্দা দি।

আগৰ তিৰোতাই জেওৰা-খৰিৰ ধোঁৱা-পানীৰে দাঁতবোৰ "এনামেল্" কৰি "জামুকী-বুলীয়া" কৰি লৈছিল ; বোৱাৰীৰ মুকুতা বগা দাঁত বৰজনাই দেখা অমঙ্গলীয়া বুলি বিশ্বাস আছিল। আদিতে হয়তো ইয়াৰ আচল উদ্দেশ্য আছিল সৌন্দৰ্য্য-বৃদ্ধি, কাৰণ দাঁতৰ এনে প্ৰসাধন এতিয়াও বহুত জাতি-জনজাতিৰ মাজত দেখা পোৱা যায়। সেই মালতী-হঁতে "হাত মেলি হালধি, ভৰি মেলি তেল" ঘঁহিছিল, নাহৰক "মূৰ-গা ধুবলৈ ঘিলা খুজিছিল" আৰু নাহৰেও "মাহৰে বান্ধিলে টালি-টুপলি, ঘিলাৰে বান্ধিলে ফাক।" মোহনি মাৰিবলৈ কিউটেক্সো নাছিল, নাহৰে সেইহে মনেমাক কৈছে, "নখত তেলে ঘঁহি, নাহিবাঁ লাহৰী, মন মোৰ কেনেবা কৰে।" মালতীহঁত বৰ লাহতী হ'লে হ'ব "যোৰ ফোঁট মাৰঁতী, খোপা-জোকাৰঁতী" ; "পূৰীয়া সেন্দূৰৰ যোৰ-ফোঁট মাৰি, গান্ধ তেল

ঘঁহিব গাত।" কাৰণ "মূৰবে শুৱনী লিহিৰি সেঁওতা, গলধনৰ শুৱনী খোপা।" তাহানিৰ নুৰজাহানৰ প্ৰিয় আৱিষ্কাৰ "এবটল আতৰ তেল" অসমৰ মনেমাৰ্গৈ নাহৰৰ জাতেই নতুন চেনেহ-চানেকি।

যদি "গাঁৱৰ ডেকাল'ৰাই জুমেৰে বহা নাই, আতৰ তেল ঘঁহা নাই গাত", তেনেহ'লে আজি-কালি গাত বিহু বিহুও নালাগে। "মিৰিৰ প্ৰায় সকলো ডেকা-গাভৰুৱে সৰু সৰু কাঠৰ ফনিৰে মূৰ মেলায়। সেই ফনিখন সিহঁতে প্ৰায় সদায় খোপাত ৰাখে। ফনি মিৰি ডেকা-গাভৰুৰ এটা লাহৰ বস্তু।" অকল মিৰিৰে নহয়, গাঁৱৰ আন সম্প্ৰদায়ৰ ডেকায়ো গাভৰুক এই বস্তু বিশেষকৈ উছৱৰ সময়ত উপহাৰ দিছিল।

চকলাৰে কাঠৰে ফনিখনি কাটিলো
লেডেঙৰ খোপালৈ চাই।
* তোৰে মূৰে চাই ফনিখনি গাঁথিলো
লগাই ৰাঙলীয়া বেত।
* বুকুৰ হুমলীয়ে খুজি পঠিয়াইছে
এখন হাঁতী-দাঁতৰ ফনি।
* এবটল আতৰ তেল আনি দিবাঁ চেনাই ঐ,
ম'হৰ শিঙৰ আনিবাঁ ফনি।

ম'হৰ শিং বা হাতী-দাঁতৰ ফনি কিছু কষ্টকৰ বা দামী। শেষৰ নামআষাৰিত শিঙৰ ফনি মুদৈৰ গোলাৰপৰা অনা



কথাহে কৈছে। ইয়াৰ বাহিৰেও লং-ডালচেনি বিহুৱা-বিহুতীহঁতৰ অতি আপুৰুগীয়া উপহাৰ।

লংগুটি আনিবাঁ, খাম ঐ লাহৰী,
জাই-গুটি আনিবাঁ খাম।
* থুৰিয়াই থুৰিয়াই, তামোল কাটি দিছিলা,
তাৰ মাজত দিছিলা লং।

ক'বলৈ গ'লে, থুৱিৱা তামোলখনৰ পাণৰ বুকত তামোল লুকাই থকা দি তেনেখনি তামোল অনেক গোপন প্ৰীতিৰো নিদৰ্শন। তাৰ কাৰণে কোনোটিহঁতে নিজৰ সম্মানো বেচা দেখা যায়।

ৰঙাকৈ গামোচা মাজে শেলে দিয়া
তুমি তামোল কাটি খোৱা;
লাহৰী হাতেৰে থুৰিয়াই থুৰিয়াই
আমাকো এখনি দিয়াঁ।
* আইৰে ঘৰতে, আছিলো এজনী,
কুলক নুবুলিলো কুল;
থুৰিৱা তামোলে কোঁচ নধৰিছিল,
খোপাত নধৰিছিল ফুল।

এই তামোল বিচিত্ৰই নহয়, বিচিত্ৰিতও—"আমাৰ চেনেহীয়ে দি যায় তামোল কাটি পাণতে বাবৰি বাছি।" কিন্তু, মনেমাৰ আটাইতকৈ মৰমী উপহাৰ "চেনেহৰ মাকো"ৰে বোৱা "তাতোকৈ চেনেহৰ বহাগৰ বিহু"ত দিয়া

"লংফুলৰ গামোচা" নাইবা "চেনাইৰ বিহু-গামোচা বৈ থৈ আহিছো তুই আগে পদুম-ফুল বাছি।" আজিৰ গাভৰুৱেবা আধুনিক ডেকাক দিয়ে কি বিহু বুলি ?......!! "তুমি দিয়া চেলেংখন ল'লো ছাটি মাৰি, গ'লো আলিবাটে ঘেলাই" বুলি আজিৰ ডেকাই গৌৰৱত নোফন্দে বা মৰমত নপমে। নাহৰৰ উপহাৰ দিয়াৰ হাউচটো কিমান আকৌ, "চেনাইলৈ কপৌ ফুল বিচাৰি পালোগৈ চটাই পৰ্ব্বতৰ টিং!"

আমি আগেয়ে কৈছো যে আহোম ৰজাৰ দিনত সাজ-পাৰৰ নমুনা বিচাৰি আনিবলৈ দুটা শ্ৰেণীৰ বিষয়া আছিল। হৰকান্ত সদৰামিনৰ মতে, বুদ্ধি স্বৰ্গনাৰায়ণ ৰজাৰ আমোলত "লাংটা বৈৰাগীৰ খেল পাতিলে। তেওঁলোকৰ কৰ্ম্ম এই, দেশ-দেশান্তৰে বেশ ধৰি যায়। সেই সেই দেশৰ কি প্ৰকাৰে সোধ-পোছ ও দণ্ডবন্ধ কৰে আৰু স্ত্ৰী-পুৰুষ কি প্ৰকাৰ অলঙ্কাৰ পৰিধান কৰে, তাৰ নমুনা দেখাব লাগে ও ক'ব লাগে।" "খাওণ্ডৰ এই কৰ্ম্ম। এই খেল ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ আমলে বিশেষ দৃঢ় হ'ল।" মোগল সম্ৰাটৰ নিচিনা শিৰস্ত্ৰাণ ৰুদ্ৰসিংহ ৰজাই প্ৰথমতে ব্যৱহাৰ কৰে। আজি-কালিও ভাওনাৰ গায়ন-বায়ন আৰু সূত্ৰধাৰৰ মূৰৰ জামা এই মোগ্লাই ধৰণৰে চিন। যেতিয়া ৰুদ্ৰসিংহই নিজে বিদেশী ধৰণ-ধাৰণৰ জামা, পাগ, ইজাৰ পিন্ধে, স্বৰ্গ-দেৱে তিনিজনা ডাঙৰীয়াকো তেনে সাজ দিয়ে, কিন্তু ডাঙৰীয়াসকলে "কেনে বঙালৰ ধাৰাণে বঁটা পিন্ধিম" বুলি



সিবোৰ ওলটাই দিয়ে। দেওধাই বুৰঞ্জীত আছে, চুখাম্ফা খোৱা "ৰজাদেৱে চিৰিংসকলৰ হাতত জোৰণ দি ( জোৰণৰ বস্তু—সোণৰ খাৰু এযোৰ, বাখৰ-পতা বিৰি দুধাৰ, ডিঙ্গিৰ চেও দুধাৰ, হাতৰ চেও দুধাৰ, বাখৰাম আঙ্গঠি ১০, উজন্টা ১৪, ভৰিৰ চেও ২, কাপোৰ দুসাজ ) নৰা ৰজাৰ ওচৰত জীয়াৰী খুজি পঠালে।" আইতনীয়া, তঙচু, নামচঙীয়া, তাবলুঙীয়া, লঠা, খনমা আদি নগাৰ লগত আহোম ৰজা-ঘৰৰ যি ৰণ মাজে মাজে লাগে, নগাসকলে তাত হাৰি সময়ে সময়ে বৰকাঁহ, মেথোন, নৰা-দা, জাংফাই আদি কৰ শোধায়।

হৰকান্ত সদৰামিনৰ বুৰঞ্জীত আছে, ৰুদ্ৰসিংহ স্বৰ্গদেৱে "বৈৰাগীৰ মুখে বুজি ও নমুনামতে স্ত্ৰী-পুৰুষৰ অলঙ্কাৰ আৰু চুৰিয়া, চোলা, পাগুৰি, পাগ, জামা ও বুকু-চোলা, এঙ্গা ও কটা ফুলৰ বুকু ও ডোচতাৰ জিজিৰাও কৰিছিল ও স্ত্ৰীসকলৰ মেখেলা, ৰিহা আদি পিন্ধাৰ নিয়ম হ'ল। আগে এইমত নাছিল। বচোৱাল টঙ্গালি মূৰত মেৰাই থোৱা গামোচাৰ মত ফছছো বোলে, তাকে মেৰাই গাঁঠি দি লয়।"

## ॥ 'ভোকৰ ভাত, পিয়াহৰ পানী' ॥

বিহুৱে-সঁক্ৰাতিয়ে, এনেয়োবা, দুপৰীয়া-গধূলি অসমীয়াৰ নিজস্ব খাদ্য কি আছিল, তাৰ জ্ঞান পাহৰণিয়ে নিজৰ পেটত সুমুৱাইছেনি। "বকুল বৰাধানৰ কৰাই ( বা আখৈ )"

“পঁইতা পোতনি চাঙৰ আঠীয়া কলেৰে” বা মাণিকীমধুৰিৰে এসাজি খাওঁ বুলিলেনো আজি খুৱায় কোনে? অৱশ্যে আজিৰ ডেকাৰ অগ্নি-মান্দ্য দেখি গাভৰুৱে সন্দেহত সান্দহৰ খোলা নাপাতিবও পাৰে, নৈৰাশ্যত এইদৰে ক'বও পাৰে,—

ধনলৈয়ে বুলি খুন্দো পিঠাগুৰি,
পৰুৱা-পিপৰাই খায়;
চাবে দিয়া গাখীৰত মোলান পৰি গ'লে,
সোন্দাকল মৰহি যায়।

কিন্তু, এনে দিন আছিল যেতিয়া দহজনক খুৱাব পৰাটোৱেই আছিল বোৱাৰী-জীয়াৰীহঁতৰ গৌৰৱ; আৰু চেনেহৰজনক নুখুৱাটো তেওঁলোকৰ আপোনপেটীয়া স্বভাৱৰ চিন।

কিনো খুৱালা খামলিয়ে মলা
মহলী ম'হৰে দৈ!
* কিনোটো চিতেৰে আমাকে এৰি থৈ
খালি দোৱা-ভজা চিৰা?
* আপুনি নেখায়ে মোলৈ সাঁচিছিলি
নলেচুটি চাউলৰ ভাত।
* খুৱাই পঠিয়াওঁ দেৱা কৰ্‌কৰা,
ধুৱাই পঠিয়াওঁ ভৰি;
উলিয়াই পঠিয়াওঁ চাকিৰে পোহৰত
তেঁতেলী-পিলিঙা কৰি।

দেৱাই হক বা কৰ্‌কৰাই হক, “ভোকত তিনিমুঠি শুকান পিঠাগুৰি, তাৰ লগত গুৱালৰ দৈ”য়েই হক, তাত প্ৰাণ-সনা সোৱাদ আছে। কিন্তু নিয়ৰ ভাঙি ভাঙি মনেমাৰ কাৰণে ঘূৰা নাহৰৰ “আখৈ খায়ে খায়ে পেটকে নভৰে, নিয়ৰত নিতিতে ভৰি।” আগৰ-দিনীয়া খাদ্য ফল-মূল, শাক-পাতৰ আজি-কালি নামকে নুশুনা হৈ আহিছো।



চকলা, জেনেৰু, নগা, সুমেথিৰা,
তিনিওৰো একেটি বৰণ।
* পৰ্ব্বতে পৰ্ব্বতে খালো বিৰাজৰা।
* চকলা-চকলি ডাবে নাৰিকলে
জুতুলা জৰাবে জিম্।
* চাপৰি চাপৰি তুলি যাওঁ বাৱৰি
পুৰণি কলীয়া কচু।
* খাই ঐ পেলালো টিকিছি-মৌৰ বাকলি।
* জহা চাউল চালিলো মিছা মাছ বাছিলো।
তুমিযে ওলালে ওলাম মই বহনা
পঁইতা-জকৰা খাই।
এটা বাটিত নহৰু এটা বাটিত পনৰু
এটা বাটিত খুতৰা শাক।

॥ **‘আইদেৱে কি বন পাৰে?’** ॥

ৰত্নেশ্বৰ মহন্তই তেওঁৰ “গাঁৱলীয়া বোৱাৰী”ত অসমীয়া বোৱাৰীৰ যি চিত্ৰ আঁকিছে, তাত আমাৰ কৰ্ম্মঠ, তেজে ফাটি যাওঁ ফুটি যাওঁ হোৱা, পূৱে বগা দাঁড় দিয়াটি পৰৰপৰা

দুপৰ নিশালৈকে দহ বনত টাকুৰী ঘূৰাদি ঘূৰা জীয়ৰী গাভৰু-হঁতৰো প্ৰতিকৃতি বিৰিডি উঠিছে। লাহৰী-লুহুৰা বা "কিনো মনোমোহা লহঙা-লহঙি দকহা-দকহি" ধ্বনি হাতেৰে, মুখৰ হাঁহিৰে, কথাৰে, চকুৰ মোহনিৰে ঘৰখন উজলাই থোৱা বাবেই অনামী কবিয়ে গাইছে, "বৰঘৰ-শুৱনী গাভৰু ছোৱালী।" অসমীয়া ঘৰোৱাহখনৰ ভূতপূৰ্ব্ব আৰু অভূত-পূৰ্ব্ব সৌন্দৰ্য্য "ভঁৰালৰ আগতে" বা বৰঘৰৰ মূধতে বা বাৰীৰ পিছফালে বা "গোহালি-শুৱনী তাঁত।" যেতিয়া নাহৰৰ মন "ঘৰতো-নপৰে" আৰু "পথাৰত-নবহে" হয়, তেতিয়াও তাৰ "আইটীৰ তাঁতশাল সোণাপুৰ নগৰখন, তাতেহে বহি যায় মন।" নবহিবই বা কিয়? হেঙুল হাইতালেৰে বোলোৱা "মকুৰা কাঠৰ যঁতৰ" তোলোঠা-দোৰ্পদি, নাচনী-নাঠনী, পাট-গৰকা, উঘা-চেৰেকি, লেটাই-চিৰিশলিৰে সেইখন এখন সোণাপুৰ নগৰেই সঁচা। "গাত কাপোৰ লোৱা" হ'লেই ছোৱালীৰ এই নগৰত প্ৰৱেশ ঘটে।

সৰু হৈ আছিলো গৰু চাৰিছিলো
ডাঙৰ হৈ লগালো তাঁত।

নাহৰেও মনেমালৈ এতিয়াৰেপৰা চকু দিয়া হ'ল, আৰু ছল চাই লাগতিয়াল দুই-এপদ বস্তু উপহাৰ দিবলৈ ধৰিলে।

বাৰীৰ বাঁহে কাটি দি যাওঁ শলি-কাঠী,
ক'লীয়া নাহৰৰ মাকো।
* ধনৰে গামোচা মূৰত ফুলে বছা
লাহৰী কাঠৰে মাকো।



* বৰঘৰৰ মূধতে চেনাইৰ তাঁতশালে,
দি যাওঁ হাতীদাঁতৰ মাকো।
* আমিয়ে যাওঁগৈ ডিবুক জিলালৈ,
আনি দিম কপাহৰ জোলা;
তুমি বৈয়ে ল'বা বিহাকৈ মেখেলা,
মোকো বৈয়ে দিবা চোলা।

একে ৰাতিতে পাঁজি বাটি, সূতা কাটি, কাপোৰ বৈ পুৱা বীৰ স্বামী-পুত্ৰক চোলা-চুৰিয়া-টঙালি পিন্ধোৱা, মহাত্মাৰ ভাষাত "সপোনৰ ফুল বছা" অসমীয়া শিপিনী আইদেউহঁত আজি গ'ল ক'লৈ? তাঁতৰ লগত সম্বন্ধ থকা নামবোৰো দুদিনৰ পিছতে লয় পাব যেনহে লাগে। "তলেদি গৰকা, ওপৰে নাচনী, তাঁতৰ চাৰি বাটি বওঁ"—এই হেঁপাহ কমি আহিছে। আগৰ গাভৰুৰ তাঁতশাল অকল "বাবৰি-চকা" ফুল দি কাপোৰ ব'বৰে ঠাই নহয়; স্বপ্ন-চঞ্চল মনৰো বিলাসৰ ঠাই।—

বহোঁ তাঁতশালত চকু আলিবাটত
মাকো সৰি সৰি পৰে।
* আহে কি নাহে ঐ মোৰ ধন চেনাই ঐ,
চিৰি পাতি মঙলে চাওঁ।
* পিছৰটি গুৱালে সুঁহুৰি মাৰিলে,
যঁতৰত সুঘুৰে শলা।
* সূতা কটা এৰি যাওঁ, পাঁজি কটা এৰি যাওঁ,
মোৰ ধনে লগাইছে মাত।

তাঁতশালৰ নিচিনা কৰ্ম্ম আৰু স্বপ্ন ভৰা হেঁপাহৰ ঠাই সোণালী ধাননি।—

হাতেনো মেলি মেলি দাবলৈ নেপালো
পথাৰৰ মাগুৰী ধান।
* লীলাই পথাৰতে চিলাই ধানে দালে
ঘিলা-কঁকলীয়া মুঠি।
* ধানে কাটিবৰ হেঙুলীয়া কাঁচিখন,
এখনিয়ে নেকাটে বন।

সোণালী ধাননিত যেতিয়াবা প্ৰেমিক-প্ৰেমিকাৰ দেখা-সাক্ষাৎ বা তাতকৈ বেছি কিবাবো আদান-প্ৰদান আনৰ চকুৰ আঁৰত ঘটে।—

বিৰিণাৰ মাজতে তামোল থৈ আহিছো,
হেৰা পালো বুলি খাবি।
* কাঁচি দলি মাৰি ঘৰলৈ ঘুৰিলো,
ওঁঠতে বৰলে খালে।

ওঁঠতে বৰলে খালে! ইওতো কম বৰল নহয়! কেনে suggestive, ধ্বনি-ব্যঞ্জক। মনত পৰে কালিদাসৰ শকুন্তলাক আমনি কৰা ভোমোৰাটোলৈ—"পিয়সি ৰতি-সৰ্ব্বস্বমধৰম্।" আকৌ শুনক, মিৰি ডেকাই তাৰ গাভৰুৱে দুখ পায় বুলি কি সতৰ্ক কৰিছে, "দূৰৈকৈ নুৰুবি বূঁই ঐ চেনেঙা, দূৰৈকৈ নুৰুবি বূঁই, আওঁতে বিয়াবনা ঐ, লাঅৰী কঁকাল ঐ, যাওঁতে বিআব বৰি।"



তাঁত বোৱা, ধান দোৱা, ভূঁই বোৱাৰ বাহিৰেও গাভৰুৰ দৈনন্দিন জীৱনৰ এটা উলাহৰ কাম জকাই বোৱা; বুঢ়া-লোকেও কয়, "জকাই বাওঁতে ছোৱালী চাবাঁ।"—আজি-কালি পিছে নহয়।

জকাই বাই জকাই বাই খালৈটি ভৰালো,
এটাইবোৰ লালুকি বেং।
* জাকৈখন সেৰেঙা, মাৰোঁ শ'লেপোনা,
চালনিত পেলায়ে বাছোঁ।
* তুমিযে প্ৰাণৰ ধন যাবলৈ ওলালা,
লুৰিম কেনে কৰি খৰি;
মাছকে মাৰোঁতে শিঙৰাই ফুটিব
আমাৰ কুমলীয়া ভৰি।

"চিৰিপ্ চিৰিপ্ কৰি ছিৰি লুইতত কাপোৰ ধোৱা"; "জাপি সৰু দৈয়া কতকে বটিয়া কত মণি জৰী বটা", "বেৰেদি সৰকাই গোবৰ পেলোৱা"; "বহি লাই বছা"; "হাতৰে বাঢ়নীৰে" কাম কৰা, "কেঁচা খৰি বুলি আফালি আফালি ধোঁৱাই খায় বুলি কন্দা" ইত্যাদি নানা সৰু-বৰ কামৰ দৃশ্য এই নামবোৰত আছে। দুপৰীয়া এমুঠি খাই-বৈ উঠি জীয়ৰী বোৱাৰীহঁতক যি বিয়নী-মেল পতা দেখিছে, তেওঁৰ কাৰণে "বিৰ দি মাৰি যাওঁ বিঢ়াকৈ ওকনি, খেপিয়াই মাৰি যাওঁ লেখী", এনে কৌতুকময় পাৰস্পৰিক সহযোগিতাৰ দৃশ্য নিতান্ত চিনাকি যেন লাগিব।

**॥ ডেকাৰ সুখৰ-দুখৰ জীৱন ॥**

আমাৰ গাঁৱৰ ডেকাৰ "ম'হতকৈ মোহনী নাই" এই কাৰণেই যে, ম'হৰ লগত ঘূৰি মুকলিমূৰীয়াকৈ সময় কটাব পাৰে, চেনেহৰ গাভৰুকো পথাৰত দেখা পাব পাৰে, আৰু দুআষাৰ কথা বা গীত-মাতেৰে উত্তৰা-উত্তৰি হ'ব পাৰে। তাৰ উপৰি ম'হৰ ওপৰতে ( গৰু নহ'লে ) বছৰৰ খেতি নিৰ্ভৰ কৰে। মাঘৰ বিহুত নিজৰ ম'হ যুঁজত জিকাৰ গৌৰৱ-কণতো আছেই! গতিকে ডেকাই "বঢ়ায় মতা ম'হৰ গলধন, আলিৰ কাটি এৰালি দল।" তাৰ জীৱনত যেতিয়া নৈৰাশ্যই দেখা দিয়ে, তেতিয়াহে সি ম'হৰ লগত এৰা-এৰি হ'বলৈ বিচাৰিব।—

তোমাৰে বেজাৰত মতা ম'হ বেচিলো
লাখুটি তুলিলো চাঙত।"

গৰখীয়া-জীৱনৰ আভাসো বনগীতত আছে ; যেনে—

ইস্কুল পঢ়িবলৈ এৰিলো লাহৰী,
ল'লো ৰাখিবলৈ গৰু।
* হাফলুৰ আগতে চৰে কলা গৰু
উলুৰে গজালি খাই।
* গৰু চৰাবৰে কঠীয়া-তলিখন,
ম'হ চৰাবৰে দল।

হাতী খেদা বা মাউতগিৰি কৰা বা বাঘ-চিকাৰো ডেকা-দেওৰ বাবে অসাধাৰণ নাছিল।—



শালত বন্দী হ'ল হাতী।
* যুৱীয়া হাতীকো বলাব পাৰোঁ মই।
* হাতী চাই কিনিবা হাতীৰে লেঙেচি,
ঘোঁৰা চাই কিনিবা জিন।
* আমাক মাৰিবলৈ তোমাৰ মাৰ বাপেৰে
বাটত বাঘে-ধেনু পাতে।

ধনু-কাঁড় লৈ চৰাই পছু মাৰি ডেকাই নিজেও খাইছিল, লোককো আৰু চেনেহীকো খুৱাইছিল।—

পৰ্ব্বতত মাৰি যাওঁ ৰাঙলী হৰিণা।
* চৰাইলৈয়ে বুলি চিটিকা পাতিলো
দৰিকলৈ পাতিলো জাঁজি।
* বাঁহৰে আগতে কপৌ চৰাইহালি
ধেনু নেমাৰিবা টানি।

নাৱত উঠি খৰি-খেৰ, বেত-বাঁহ অনা, বৰশী বাই মাছ ধৰা আদি আমাৰ ডেকাৰ আহ্লাদৰ কাম। তাৰ নাৱৰ নানা ৰহণৰ বৰ্ণনা পোৱা যায়।—

শিমলুৰ চেলেঙী নাও।
* নাও হ'ল এলেঙী, ব'ঠা হ'ল সেলেঙী,
টিঙতে আঁকোৰা চৈ।
* নাও হেঙুলীয়া, ব'ঠা হেঙুলীয়া,
আৰু হেঙুলীয়া চৈ ;
চেনাইৰে মূৰৰে জাপি হেঙুলীয়া,
বিজুলী বাঁহৰে দৈ।

* নৈৰ তলে তলে পাতোঁ লাঙি জালে
উভতি লাগিলে মোৱা।
ন পানী বাঢ়িলে ঢেকনি লাগিলে
ধনায়ে বৰশী বায়।
* চেঙেলী মাৰি যাওঁ চিপত।
* ৰূপৰে বৰশী সোণৰে আঁকুহি
এলেংদৈ পুখুৰীত বাওঁ।

ডেকাৰ খেতি-পথাৰৰ কামৰ কথা বিশেষভাৱে পোৱা নাযায়; কাৰণ ডেকাৰ মন জগতৰপৰা গাভৰুৰ মনোৰাজ্যলৈ সদায় পলায়ন-প্ৰয়াসী। ক্লেশকৰ হিছাপে অৱশ্যে তাৰ উল্লেখ আছে।—

হাললৈ লেখিলে মোকে ঐ লাহৰী,
কোৰলৈ লেখিলে মোক;
চাৰি আঙুল কপালত বিধতাই লেখিলে,
তোলৈ নেলেখিলে মোক।
* দলনি পথাৰত খেতি কৰিছিলো,
ভঁৰাল ভাঙি খালে চোৰে।

কলনি-পাতনি চিকুণাই তঁত্ কৰা, আগবাৰীত তামোল, পাছবাৰীত "ৰাঙলী মদাৰৰ পাণ", ক'ত কি দিলে ভাল হয়, ধুনীয়া হয়, সিওতো আমাৰ ডেকাৰ কাম; বাটচ'ৰাৰপৰা বৰঘৰৰ চোৰ-চাং চাংমাই-শালৰ পানী-চাং পাভতি-চাঙলৈকে গঢ়পিট লগাই আন কোনেনো সাজিব ?



ৰাৰীতে জাহাজী কলে কয়ে গ'লো
মেলিলে আঁঠিয়াই ঠোক্।
* ফুল-চতি সজায়ে বৰঘৰ সাজিলো।

বাৰিষা হ'লে অলপ আঁতৰৰপৰা বানৰ পানীত উটুৱাই নাহৰ-এজাৰ, শাল-গোমাৰীৰ খুটা-চ'তি আৰু কলিয়ৰি-সোণালুৰ বৰ বৰ খৰি আনিব লাগিবই। তাৰ উপৰিও বাৰীৰ জেং-জাবৰ কাটি ককা-বুঢ়ীআই বহি থকা জুহালখন ডোখৰাই-ডুখৰিয়ে গপগপীয়া কৰি থ'লেহে হ'ব। খোৱাৰ বাহিৰেও ইফালে কপাহ আৰু এৰি মুগাৰ খেতিৰ বনো আছে। ৰজা-দিনত টেক্স্‌টাইল্ বিভাগ পটু আছিল। সদায় পুৱা শিপিনী-ইঁতৰ সূতা কটাৰ জোখ ল'বৰ নিয়ম আছিল। ৰজা-ঘৰত ভঁৰালৰপৰা কপাহৰ জোলা দি সূতা ঘূৰাই লেখ ৰাখিবলৈ একোজন জোলাশালৰ কাকতী আছিল। জোলাগাঁও এতিয়াও ঠায়ে ঠায়ে আছে। মুগা-চোমনিত বান্দৰ আৰু কাউৰীৰথীয়া মুগা-চুঙীয়াৰ কাম অনেক সময়ত বুঢ়াৰ ভাগত পৰিলেও ডেকায়ো আওকাণ কৰিলে নচলিছিল।

মুগাৰে চোঙতে মুগা মেলিছিলো,
ধেনু-জোৰ বাটে ঁতা নাই।
* এড়ি পুহিবলৈ এড়ানি এৰা নাই,
মুগা পুহিবলৈ চোম।

মুগা-চুঙীয়া ডেকাই প্ৰেমৰ প্ৰতিবন্ধকৰ উপমা দিছে,—

কাউৰীৰ শতুৰু মুগাকৈ চুঙীয়া,
পৰিব নিদিয়ে ডালত;

আমাৰে শতুক আইনো বোপাই ঐ,
ফুৰিব নিদিয়ে গাঁৱত।”

তাহানি চান্দ সদাগৰে “লঙ্কাৰ বণিজ” কৰিছিল, কাৰণ তেতিয়া কিজানি বঙ্গদেশ পানীৰ তলত থাকি ভাৰত মহাসাগৰ আৰু আমাৰ কেঁকোৰা সাগৰ আৰু লুইত একেডৰা পানী আছিল। কিন্তু আমাৰ ডেকাইতো তাৰ চেনেহীক এৰি বেছি দূৰলৈ যাব নোৱাৰে! (আমি পিছত ক'ম, এই নাম-বোৰত বেপাৰৰ ঠাই বুলিলে ডিবুৰুকেহে পাইছিল।)

বেহা বেপাৰলৈ ওলালা লাহৰী।
* ইয়ে বোলে বেপাৰী, সিয়ে বোলে বেপাৰী,
নেলাগে বেপাৰৰ ধন
ঘৰতে থাকিবাঁ ৰামায়ণ পঢ়িবাঁ
শুনি থাকিবৰে মন।
* তোৰনো বাপেৰে ল'ব কেইকুৰি
ছাগলী বেচাৰে ধন?

শহুৰৰ ঘৰত ‘শহুৰৰ জীয়েকৰ’ কাৰণে গা-ধন দিবলৈ অনেক সময়ত ডেকাহঁতে বেপাৰ কৰি সোনকালে কুৰিচেৰেক ধন ঘটি ল'ব লগীয়াত পৰিছিল। পঢ়া পুথিৰ ভিতৰত ৰামায়ণৰ যিদৰে উল্লেখ পোৱা যায়, আনৰ সিমান নাই; বোধ হয় ৰাম-সীতাৰ করুণ কাহিনীৰ লগত কিবা কুটুম্বিতাৰ পৰিচয় পোৱাৰ কাৰণেই।

বছৰৰ বিহুত গৰুক দিবলৈ তৰা আনি ফুটিৱা ডেকাহঁতৰ



আনন্দৰ কাম; বিহুৰ পষেক বা কুৰি দিনৰ আগৰেপৰা দল পাতি তৰাণিলৈ যায়; সিহঁতে কথা পাতোঁতে সিহঁতৰ কত পুৰণি স্নেহৰ কাহিনীয়েইনো মনত নপৰে! সেই দেখিহে ৰূপহী চেনেহীৰ বিজনি দিছে এইদৰে,—

* উজনি হাবিলৈ চাই পঠিয়ালো,
তৰা তিৰেবিৰে কৰে।

এই আটাইবিলাকেই হ'ল পুৰণি বা গাঁৱলীয়া জীৱনৰ সাক্ষী। কিন্তু ইংৰাজ আমোল অহাৰ পিছত ব্যৱহাৰিক জীৱনৰ কিছু কিছু সলনি হৈছে। আগৰ ৰংঘৰ-পথাৰত হোৱা ৰং-ৰহইছো নোহোৱা হৈ পৰিছে। এনে চিত্ৰও আজিৰ জগতত খাপ নাখাৰ:

ধনে ধেমেলীয়া, মোৰ মন বলিয়া,
থাকে ঘিলা খেলি বাটত।
* তুমিয়ে আমিয়ে উমলি আছিলো,
হাতত কাৰফাই ধেনু।

আজি-কালি ছৰকাৰী চাকৰী আৰু বাগিচাৰ মহৰী কামে আগৰ স্বচ্ছন্দ জীৱনৰ গাত এডাল কৰ্ষাল বহুৱাই দিছে। এই নতুন ব্যৱস্থাৰ লগত ডেকা-গাভৰুৱে নিজকে যেন মিলাই ল'ব পৰা নাই। সিহঁতৰ মুকলিমূৰীয়া জীৱন আৰু মিলা-প্ৰীতিত বাধা পৰা বাবে যেন বেজাৰ!—

শোৱা পাটী এৰি দুটি চকু মোহাৰি
খালা কি নেখালা ভাত,

ছৰকাৰী কামলৈ ঢাপলি মেলিলা,
লগাই থৈ নগ'লা মাত।
* সজাত বন্দী হ'লে সজাৰে মইনা,
শালত বন্দী হ'লে হাতী ;
ছৰকাৰী কামতে মোৰ ধন বন্দী হ'লে,
নুপুৰায় কালিন্দী ৰাতি।
* সজা ভাঙি মোকোলাওঁ সজাৰে মইনা,
শাল ভাঙি মোকোলাওঁ হাতী ;
ডিঙিৰ মণি বেচি মোৰ ধনক মোকোলাওঁ,
পুৰাই যাওঁ কালিন্দী ৰাতি।
* শলগুৰি বাগিচা অননি বননি,
তাতো নবহিলে মন ;
সুমলাৰ তাঁতশাল সোণাপুৰ নগৰখন,
তাতেহে বহিলে মন।

বনগীতত বিশেষ বিশেষ ব্যৱসায়ৰো উল্লেখ পোৱা যায়। —"ঢোলে ছোৱা মুচিটো", "ভগা খোলাকটি কুমাৰে গঢ়িলে", "শালমৰা কুমাৰৰ চক", "ধোবাই ধোৱা কাপোৰখন বগলীৰ পাখি যেন", ইত্যাদি। শালমৰাৰ কুমাৰৰ গুৰুচৰিততো উল্লেখ আছে ; শঙ্কৰদেৱে এই কুমাৰৰ হতুৱাই খোলৰ খোলা গঢ়াইছিল বৰদোৱাত "চিহ্ন-যাত্ৰা" কৰিবৰ সময়ত। শিৱসাগৰৰ শালমৰা মুখতে গদাধৰসিংহ ৰজাই ৰাজদ্ৰোহী বুলি, ল'ৰা ৰজাৰ লগত ষড়যন্ত্ৰ কৰা ডাঙৰীয়া বিষয়াসকলক শালত দিছিল, নিজে আগত থাকি।



## ॥ বনগীতত বুৰঞ্জীৰ আঁচোৰ ॥

লৌকিক গীত-মাতক সাধাৰণতে পিতৃহীন আৰু দেশহীন বুলি নক'লেও কাল-পাত্ৰহীন বুলি ভাবিবৰ কাৰণ আছে। একেটা গীতেই এজনৰ মুখত ৰচিত হৈ সময়ৰ সোঁতত উটি আহি থাকোঁতে পানীৰ ধাৰৰ দৰে গতি সলাই আহি থাকে। কেতিয়াবা হয়তো সি ৰূপান্তৰিত হৈ সময়ৰ সৰ ধৰিব নোৱাৰা কাৰণে পাহৰণি-ৰাক্ষসীৰ গৰ্ভত জীণ যায়গৈ। কিন্তু বহু-কালৰ আগৰ জন্মৰ বোল লগা গীত-মাতৰো অভাৱ নাই। কাৰণ, তেনে দুই-এটা গীতে যুগক ফাঁকি দি, কালৰ প্ৰহৰীৰ হাত এৰাই সোঁশৰীৰে মুখৰপৰা মুখলৈ খোজ চলাই আজিৰ দিন পাইছেহি ; আৰু তেনেভাৱেই হয়তো ছপা পুথিৰ অন্তৰ্গত হৈছে। অসম যেতিয়া এদিন স্বাধীন আছিল আৰু স্বাধীন মলয়াই জাতিৰ জীৱনত শান্তি যোগাইছিল, সেইদিনা স্বাধীন দেশৰ বুলিয়ে ডেকা-গাভৰুৰ প্ৰাণ আছিল আজিৰ ডেকা-গাভৰুৰ প্ৰাণতকৈ সজীৱ আৰু সৰস। সেই সেউজীয়া মন-প্ৰাণে জগতখনকে দীপ্তি-পূৰ্ণ চকুৰে চাই জীৱনক পূৰ্ণভাৱে উপলব্ধি কৰি একোফাঁকি গীতৰ মাজেদি আত্মপ্ৰকাশ কৰিছিল। ডেকা-গাভৰুৰ অন্তৰতম জীৱনৰ হাঁহি-কান্দোন, হা-হুতাহ সকলোৱেই বনৰীয়া চৰাইৰ দৰে নিজকে গীতত বাকি দিছিল।

স্বাধীন যুগৰ বুৰঞ্জীৰ সাঁচ বিহুগীত-বনগীতবিলাকত

যিমান পাব লাগিছিল, আজি সিমানখিনি হয়তো নাপাওঁ। ইয়াৰ এটা কাৰণ জাতীয় বিস্মৃতি। সেই ৰামো নাই, সেই অযোধ্যাও নাই। দ্বিতীয়তে, বুৰঞ্জীমূলক ঘটনাৰ দাগ লগা একপ্ৰকাৰ 'লিৰিকেল্' লোক-গীতিৰ মূল্য সময়ৰ লগে লগে সলনি হ'বলৈ বাধ্য। পাহৰি যোৱা বুৰঞ্জীৰ স্মৃতি কেৱল মৌখিক গীতত ধৰি-বান্ধি ৰাখিব নোৱাৰি। সেই বুলিও দুই-এটা করুণ ঘটনাই জাতিৰ সোঁৱৰণিত এনেদৰে বৰৰ আঠাৰ দৰে কৰাল মাৰি ধৰে যে, সেই ঘটনা লৈ ৰচিত গীত বিস্মৃতিয়ে সতকাই মচি পেলাব নোৱাৰে। ১৮৫৮ খ্ৰীষ্টাব্দৰ ২৬ ফেব্ৰুৱাৰীৰ দিনা বিচক্ষণ পুৰুষ মণিৰাম বৰভাণ্ডাৰ বৰুৱাক ইংৰাজে ফাঁচী-কাঠত তোলে। অধৰমীহঁতৰ এই গৰ্হিত কামত অসমীয়া জাতিৰ কলিজা আমঠুলৈকে ক'লা পৰিল। কাউৰীয়ে "কা" আৰু জিলীয়ে "জা" কৰিবলৈও পাহৰি গ'ল। শিপিনীহঁতৰ যঁতৰৰ শলা নুঘূৰাত পৰিল! অসমৰ নপতা ৰজা মণিৰাম দেৱানৰ কথা—অসমীয়াই পাহৰি যায় কেনেকৈ? সেইহে, গা সাতখন-আঠখন লাগি থকা বিহুৱা ডেকাই পখিলা ঘূৰাদি ঘূৰি নচাৰ মাজতে গালত হাত দি, আমনে-জিমনে "দেহি ঐ" বুলি দীঘল হুমুনিয়াহ কাঢ়ি বিননি তোলে,—

ৰূপৰ ধোঁৱাখোৱাত খালি ঐ মণিৰাম,
সোণৰ ধোঁৱাখোৱাত খালি;
ভাটীলৈ ভটীয়াই গ'লি তই মণিৰাম,
ছিঙিত ফাঁচী-জৰী ল'লি।



আহোম ৰজাদিনীয়া ঘটনাৰ সন্নিৱেশ থকা বনৰীয়া গীত অতি বিৰল। এটি গীতত আছে,

সোন্দৰ বৰগোঁহাই ৰণলৈ ওলালে
আটাই ঘুণে খোৱা ধেনু।

অসম-বুৰঞ্জীত কছাৰী-আহোমৰ যুঁজৰ বহুতো বিৱৰণ আছে। ১৫৩৮ শকত বুদ্ধিস্বৰ্গনাৰায়ণৰ ৰাজত্বৰ কালত ৰহাৰ ওচৰত কছাৰী-আহোমৰ এখন তয়া-ময়া ৰণ লাগে। স্বৰ্গদেৱে ৰহাৰ কাষৰ-পাঁজৰৰ কছাৰী ৰাজ্য দখল কৰি সোন্দৰ মৰাণ বুঢ়া-গোহাঁইক তাতে থাপি থ'লে। কিন্তু সোন্দৰৰ পুতেক আখেকৰ কেৰামতালিৰ বাবে শাসনৰ ঢিল পৰাত কছাৰী সকলে আকৌ ৰণ দি সোন্দৰক মাৰে। অনুমান হয়, সেই দেখিয়েইহে সোন্দৰ গোহাঁইৰ প্ৰতি গীতালৰ বিদ্ৰূপৰ এই চোকা শৰ।

সৰ্কদেউৰ সাৰথি গন্ধীয়া ফুকন এ,
মাতে তাওকাকৰপৰা।

আকৌ গন্ধীয়া ফুকন আহোম ৰাজত্বৰ কালৰ ওখ খিতাপৰ এজন বিষয়া। গন্ধীয়া বৰুৱা এওঁৰ দপ্তৰৰ আন বিষয়া। দুয়োজন ৰজাঘৰীয়া archive-ৰখীয়া।

কোনো বনগীতত শিৱসাগৰ আৰু গৌৰীসাগৰ পুখুৰীৰ উল্লেখ পোৱা যায়। এনে গীত সেই পুখুৰীবিলাক খনোৱাৰ আগতে ৰচিত হোৱা নাছিল বুলি নক'লেও হয়।

শিৱসাগৰ পুখুৰী নকৈ খনালে
শিলেৰে বন্ধোৱা পাৰ,

এনেকুৱা পিৰীতি এৰ যদি মইনা
নগা-যাঠি মাৰিয়ে মাৰ।

আৰু

দেউতা মহাৰজাই পুখুৰী খনালে
নাম থ'লে গৌৰীসাগৰ।

"বৰৰজা" ফুলেশ্বৰীৰ আমোলত গৌৰীসাগৰ পুখুৰী, দ'ল সজোৱা হয়। অম্বিকাদেৱী ৰাণীৰ দিনত ১৬৪২ শকত কলঙ্কুপৰীয়া গোহাঞি গাঁৱৰ কাষত পুখুৰী এটা খনাই উছৰ্গি নাম দিয়া হ'ল শিৱসাগৰ।

এইখিনিতে বনগীতত উল্লেখ থকা কেইটামান দ্ৰব্য আৰু তাৰ লগত সম্পৰ্ক থকা কেইটামান জনজাতিৰ কথা উন্নুকিয়াম।

মিছিমি আহিব বৰবিহ আনিব,
তাক খাই পাহৰিম তোক।
* সৰ্কদেউ ওলালে বাটচ'ৰাৰ মুখলৈ,
ছুলীয়াই পাতিলে দোলা;
কাণত জিলিকিলে নৰা জাংফাই,
গাত গোমচেঙৰ চোলা।
* পিৰীতি শুদা গুণ, মহঙৰ কেঁচা লোণ,
ল'বাঁ যতনেৰে বান্ধি।

মিছিমিবিলাকৰ লগতযে ভৈয়ামৰ কিছু ব্যৱসায়-বাণিজ্যৰ সম্পৰ্ক আছিল, ওপৰৰ গীতটিৰপৰা অনুমান কৰিব পাৰি। মিঁ ডেল্‌টনে তেওঁৰ "Ethnology of Bengal"-অত লিখিছে—"The Mishmis to the west of the Du



river, an affluent of the Brahmaputra, trade with the British possessions and are in the habit of constant intercourse with us." নৰা-জাংফাই, (ওপৰৰ এটি গীতত পোৱা), নগা-যাঠি, নৰা-দা, আদি পূৰ্ব্বেৰে-পৰা অসমে নৰা আৰু নগাসকলৰপৰা পাইছিল। অনেক সময়ত সিবোৰ বস্তু স্বৰ্গদেওসকলক কৰ-খুত হিছাপে দিয়া হৈছিল। চুহুংমুং স্বৰ্গদেৱৰ দিনত নগা-বিদ্ৰোহ দমন কৰিবৰ সময়ত আহোম সৈন্যই মহঙৰ লোণপুং দখল কৰে; বুদ্ধি-স্বৰ্গনাৰায়ণৰ ৰাজত্বত মহঙৰ এটা গড়ো বন্ধোৱা হয়। এইদৰে পৰ্ব্বতীয়া লোণপুঙৰপৰা পোৱা লোণ অতি দুৰ্লভ আছিল। সেইহে তাক আপুৰুগীয়া পিৰীতিৰ "শুদা গুণৰ" লগত তুলনা কৰা হৈছে। ১৭৯৪ ছনৰ মোৱামৰীয়া বিদ্ৰোহ দমন কৰিবলৈ অহা কেপ্‌টেইন ওৱেল্‌ছ ছাহাবে ভাৰতৰ বৃটিছ ছৰকাৰৰ ছেক্ৰেটৰীলৈ দিয়া সম্বাদত শদিয়াৰপৰা পুঙৰ লোণ, ভুটানৰ-পৰা পৰ্ব্বতীয়া লোণ আৰু বঙালৰপৰা নিমখ অসম ৰাজ্যলৈ আমদানী হোৱা কথা লিখিছে। সেই সম্বাদৰ ওপৰত কেপ্‌টেইন ডেভিড্‌ স্কটে লিখা টোকাত আছে, ১৮২৪-২৫ ছনত অসমলৈ ২৫০০০ মোণ মাত্ৰ নিমখ আহিছিল; কাৰণ অসমৰ সৰহভাগ মানুহে লোণৰ সলনি খাৰণি সৰোৱা পানীহে ব্যৱহাৰ কৰিছিল।

শিৱসাগৰ অঞ্চলৰ গীতবিলাকত বিশেষকৈ ডিবুৰু আৰু শদিয়াৰ ৰণৰ কথা সঘনে পোৱা যায়—

* ডিবুৰুৰ ৰণথন শদিয়াত লাগিলে,
মিৰিয়নী কান্দিলে ডালত।
* তোমাৰ সন্তাপত থাকিব নোৱাৰোঁ,
মৰিমগৈ শদিয়াৰ ৰণত।
* তোমাৰে বেজাৰত মৰিমগৈ মৰিমগৈ
শদিয়াৰ জয়ন্তী ৰণত।

ডিব্ৰু-শদিয়া অঞ্চলত মৰাণ-চুতীয়া, খামটি-চিংফৌ আদি ভৈয়ামৰ আৰু পৰ্ব্বতৰ জনজাতিবিলাকৰ বসতি অতি আদিম কালৰেপৰা। গতিকে আহোম ৰাজ্যৰ এই উত্তৰ-পূব সীমান্তত সততে ৰণ-বিগ্ৰহ হৈ আছিল। ১৪৪৫ শকত চুতীয়া ৰণৰ পিছত দিহিঙীয়া ৰজাই এই সীমান্ত ৰক্ষাৰ কাৰণে শদিয়াখোৱা গোহাঁই বুলি বিশেষ ক্ষমতাপন্ন এখন বিষয়-বাব সৃষ্টি কৰে। প্ৰথম মৰাণ-বিদ্ৰোহৰ সময়ত হৰনাথ ভিতৰুৱাল ফুকনে ডিব্ৰু নৈৰ ওপৰত দলং দি ৰণুৱা পাৰ কৰিব খোজোঁতেই তেওঁৰ ওপৰত মায়ামৰীয়া মৰাণ জপিয়াই পৰি তেওঁক বন্দী কৰি নিয়ে। মানে দেশ ল'বৰ সময়ত শদিয়াখোৱাৰ বাব এজন খাম্‌টি বিষয়াক দিয়া হয়; বৃটিছ ছৰকাৰে তেওঁকে সেই পদত মকৰল কৰে। শদিয়াৰ ৰণৰ বাহিৰে আন যুদ্ধ-বিগ্ৰহৰ কথা থকা গীত দুষ্প্ৰাপ্য; আন কি, মান-মৰাণৰ যুঁজৰ উল্লেখৰ গীতো আমি পোৱা নাই। তলৰ গীতটোৱে অসমৰ স্বাধীনতাৰ বেলিমাৰৰ বুৰঞ্জীৰ যুগ সূচনা কৰে যেন অনুমান হয়।—



কাহানি আহিলা—লীলাৱতী পৰ্‌ভাৰতী—
কানি-পান কৰিলো—লীলাৱতী পৰ্‌ভাৰতী—
ঘৰত বা হইছে কি এ—লীলাৱতী পৰ ভাৰতী—
কেঁহোকো ক'লীয়া ঢেই।

মাৰক লৈয়ে গৈছে—লীলাৱতী পৰ্‌ভাৰতী—
ৰণুৱা বঙালে—লীলাৱতী পৰ্‌ভাৰতী—
কানতে বন্দুকটো দি এ—লীলাৱতী পৰ্‌ভাৰতী
কেঁহোকো ক'লীয়া ঢেই॥

শুনিলে অতৰ্কিতে হাঁহি উঠা এই গীতটোত মন কৰিব লগীয়া কানি-পান, ৰণুৱা বঙাল আৰু কান্ধত লোৱা বন্দুক। গুণাভিৰাম বৰুৱাৰ বুৰঞ্জীত আছে, "এনে কথা কোৱা আছে বোলে ১৭১৫ শকত যেতিয়া ওৱেল্‌ছ চাহাব এই দেশলৈ আহে তেতিয়াৰে পৰা কানিৰ খেতি ইয়াত হব ধৰিলে। ইয়াৰ প্ৰথম ক্ষেতি বেলতলাত হয়।"

মণিৰাম দেৱানেও স্বৰ্গদেউ লক্ষ্মীসিংহৰ দিনতে ১৭০৪ শকত বঙালৰপৰা আফিঙৰ গুটি অসমলৈ প্ৰথম আহে বুলি কৈছে। কেপ্‌টেইন ওৱেল্‌ছে কিন্তু তেওঁৰ ছৰকাৰী সম্বাদত লিখিছে—(১৭৯৪ খ্ৰীষ্টাব্দ, ৬ ফেব্ৰুৱাৰী) "Poppy grows in luxuriance in most of the lower provinces. The natives however are as yet unaquainted with the manufacture of merchantable opium which might be procured in considerable quantity." মণিৰাম দত্ত

বৰুৱা দেৱানে কৈছে, মোৱামৰীয়া বিদ্ৰোহৰ সময়ত অহা বৰকন্দাজবোৰে কানি-পান কৰি খোৱা নিয়ম উলিৱাত দেশত সি সাধাৰণ কথা হৈ পৰিল। সেই সময়ত বুঢ়াগোহাঁয়ে তাক বন্ধ কৰিবৰ কাৰণে নতুন শাসন উলিয়ালে। কিন্তু মানৰ দিনত সেই শাসন আঁতৰি যোৱাত একেবাৰেই সাধাৰণ শ্ৰেণীৰ মানুহো বদ অভ্যাসটোৰ ফান্দত পৰিল। ওপৰৰ গীত ফাঁকিৰ অৰ্থ বোধ কৰোঁ এই প্ৰসঙ্গত মুকলি হৈ পৰিব। কানীয়াৰ 'সোন্দোৰা খোৱা' খৰচী অভ্যাসৰ প্ৰতি লক্ষ্য কৰি আন এটা গীতত কোৱা হৈছে—"কানীয়ালৈ নেযাবাঁ, কানি দিব লাগিব, তাকো দিব লাগিব মলি।"

অসমত কলাখাৰ আৰু হিলৈৰ ব্যৱহাৰ অতি পুৰণি। কথিত আছে, দিহিঙীয়া ৰজাৰ দিনতে এই আগ্নেয়াস্ত্ৰ প্ৰথম ব্যৱহৃত হয়। কিন্তু ৰণুৱাই কান্ধত বন্দুক লোৱা কথাটো নতুন যেন লাগে। এই সম্পৰ্কত কাপ্টান ওৱেলছৰ তলত বাৰটা বন্দুকধাৰী ৰণুৱা বঙালে পাঁচহাজাৰ মোৱামৰীয়া যুঁজাৰুক ছত্ৰভঙ্গ দিওৱা কথা সুঁৱৰিব লগীয়া। "বঙাল" বুলিলে সকলো অনা-অসমীয়া জাতিৰ লোকক বুজাইছিল। বঙালৰ উল্লেখ থকা গীতো দুই এটি আছে; যেনে—

ভাটীৰে বঙালে কঠীয়া তুলিলে,
বেতৰ বকটুৰে বান্ধে।

বনগীতত কেইটিমান ৰজাদিনীয়া আলিৰ আৰু নামডাঙৰ শিলৰ সাঁকোৰ উল্লেখ আছে।



* চেউনি আলিয়ে চেনাই বাটে বুলে।
* ন আলি বন্ধালে ন জন কোঁৱৰে
টেঙ্খি আলি বন্ধালে কোনে?
* ওলাই নামেডাঙৰ সাঁকো তই সৈমান ঐ
সোমাই নামেডাঙৰ সাঁকো।

জয়ধ্বজসিংহ স্বৰ্গদেৱৰ দিনত বাহুলি ফুকনে চেউনীআলি কৰায়। কমলেশ্বৰসিংহই "ন আলি, ৰজাবাহৰৰ আলি, মহেবন্ধা আলি, কমাৰে-বন্ধা আলি, চুচন্দে-বন্ধা আলি এইকেইটা আলি বন্ধালে।" ৰেড্ ছাহাবে লিখিছে যে বঙালৰপৰা কাৰিকৰ আনি নামডাঙৰ শিলৰ সাঁকো বন্ধোৱা হয় ৰুদ্ৰসিংহৰ দিনত। টেঙ্খি আলি নিতান্ত নতুন।

ইংলেণ্ডৰ আধুনিক কবি টমাছ হাৰ্ডিয়ে এটি এধানমান কবিতাত কৈছে বোলে, যুগৰ পিছত যুগান্তৰ আহে, এটাৰ পিছত আন এক প্ৰতাপী ৰাজবংশই শাসন-দণ্ড ধৰে, কিন্তু মানুহৰ সেই আদিম প্ৰক্ৰিয়া ভূমিকৰ্ষণ আৰু মানৱৰ সেই আদিম প্ৰবৃত্তি প্ৰেম-প্ৰণয়ৰ গতি একেদৰে থাকে। চাই থাকোঁতে থাকোঁতেই কালৰ পৰিহাসত পৰি সাত সাগৰ তেৰ নদী পাৰ হৈ বগা বঙালৰ কোম্পানী আহি দেশ অধিকাৰ কৰি বহিল। নতুন গঢ়ৰ শাসন ওলাল। নতুন ধৰণৰ যান-বাহন চলিল। কিন্তু বনগীত গোৱা বনৰীয়া ডেকা-গাভৰুৰ জীৱনত নতুন একো নঘটিল। মাত্ৰ মানৰ উপদ্ৰৱৰ হাত সাৰি সকলো অসমীয়া প্ৰজাই এটা স্বস্তিৰ নিশ্বাস

কাঢ়িলে। ডেকা-গাভৰুৱে হাৰক মাটি, তেজক পানী কৰি আগৰ দৰেই দুবেলা দুমুঠি উলিয়াই খাই থাকিল। আগৰ দৰেই সিহঁতে গীত-মাত গাই নৈৰ গৰাত প্ৰতিধ্বনি তুলিলে। বনৰীয়া নামৰ ৰিঙা ৰিঙা সুৰত নিজান পথাৰ আৰু জাৰণি গহীন হৈ উঠিল। কিন্তু প্ৰায় আধা শতিকা জোৰা মান-মৰাণৰ যুঁজে অসমৰ প্ৰাণ খুলি খুলি খাই তাৰ খোলা উলিয়াই থৈ গ'ল। অসমীয়া জাতিৰ জ'কাটো মাত্ৰ থাকিল। ৰণুৱা বীৰ অসমীয়া জাতিৰ গাত নকৈ বাহ লোৱা এলাহ সোৰোপালিৰ কথা মিলুছ্ ছাহাবে অনেক ঠাইত উন্নুকিয়াই থৈ গৈছে। যি জাতিৰ তিৰোতাই ৰাতিতে কপাহৰ জোলাৰ-পৰা সূতা উলিয়াই—সেই সূতাৰে ৰাতিতে কৱচ কাপোৰ বৈ পুৱা হ'লে অসমীয়া ৰণুৱাক অজেয় কৰি যুঁজলৈ উলিয়াই পঠিয়াইছিল, এতিয়া সেই জাতিৰ ৰৰঘৰৰ মূধৰ তাঁতশালত মাকোৰ ঘিট্‌ঘিটনি নিতাল মাৰিলে। বিহুৰ উলহ-মালহ, বিহুৱানৰ ৰং-ৰূপহ কমি আহিল। নতুনকৈ আহিল কেঞা মহাজনৰ গোলা, "জাকিট" চোলা আৰু "বজাৰৰ সূতা"। ১৮৫৪ ছনত মিলছ সম্বাদতো কেঞা আৰু বঙালীৰ গোলাৰ আধিপত্যৰ কথাই ঠাই পাইছে।

নতুন যুগৰ নতুন গোলাত ওলাল মেলিৰ জপাৰ পৰা লাহ-লগা ছাতি। ডেকাদেৰে পথৰুৱা জাপি, গাভৰুৱে সৰুদৈয়াক হীন বিবেচনা কৰিবলৈ ধৰিলে। নতুনকৈ ওলাল চটিজোতা। আগৰ "কঁঠালৰ খৰম" আৰু হৰিণ বা ম'হৰ



ছালৰ পানৈয়ে আদৰ হেৰুৱালে। বিৰাট এটা শোভাযাত্ৰাৰ দৰে বাহিৰৰপৰা একে একে আহিল আৰ্চী, ফু ফুকৈ গোন্ধাই থকা গোন্ধতেল, কেলিক' আৰু ৰেচমৰ ৰুমাল, ৰঙা-ৰচঙা 'জাকিট চোলা', 'চিম্‌লাই চুৰিয়া'। আগৰ সেই চালে চকু ৰোৱা, ল'লে জুৰ পেলোৱা বাপতী সাহোনবোৰ জপাত সোমাবলৈ ধৰিলে, সেই "হাঁচটি লাহৰে টেমিটি কাঁহৰে, ডাবে কি ম'হৰে শিং," সেই মিৰ্জাই, বুকুচোলা, সেই কেঁচ বছা ৰিহা! বনগীতবিলাকৰপৰা অনুমান হয়, বিদেশী বস্তুৰ হাট-বজাৰত উজনি অসমৰ ডিব্ৰুগড় আগৰণুৱা হ'ল—বোধ কৰোঁ ৰৰনৈয়েদি যাতায়াতৰ সুবিধাৰ বাবে।

আৰ্চীৰ কেহুৰা গণে ঐ লাহৰী
আৰ্চীৰ কেহুৰা গণ।

* মুখনি কিএ চাবা জিলাৰে দাপোণে।
* জোতা পিন্ধিবলৈ লাগে লাজে-বিজে,
সাজি লওঁ কঁঠালৰ খৰম।

* ছাতিৰে পানীৰে চেলেং তিতি গ'লে,
দুৱাৰ মেলি দিয়াঁ, সোমাওঁ।

* এবটল আতৰ তেল আনি দিয়াঁ চেনাই ঐ,
বিহু মাৰিবলৈ যাওঁ।

* লোৱকে বিন্ধিলে লোৱৰে মামৰে,
ছাতি-নালক বিন্ধিলে ঘুণে।

* আমি যে যাওঁগে ডিবুৰু জিলালৈ
আনি দিম বজাৰৰ সূতা ;
তুমি বৈয়ে ল'বাঁ বিহাকৈ মেখেলা,
মোকে বৈয়ে দিবাঁ চোলা।
* বজাৰত কিনিলো ৰেচেমৰ কমালখন,
ৰেলগাড়ী ভটীয়াই গ'ল ;
বিয়া কৰিম বুলি বৰঘৰ সাজিলো,
গৰু বন্ধা গোহালি হ'ল।
* ডিবুৰু জিলাতে আছে ( ৰঙা ) জাকিট চোলা,
সেইটোৱে গুৱাব তোক।
* ডিবুৰু গুৱনী দীঘলী বজাৰ এ,
শিৱসাগৰ গুৱনী দ'ল।

১৮৫২ ছনত শিৱসাগৰ জিলালৈ বঙালৰপৰা ১৬৫০৲ টকা দামৰ ১২০০ ছাতি, ২০৲ টকা দামৰ ১২০যোৰ চটি জোতা, ১০০০৲ টকা দামৰ আঢ়ৈ হাজাৰ জোতা, ১৫০৲ টকা দামৰ ৫০০ খন আৰ্চী আৰু ১৮০০৲ টকাৰ কেলিক'ৰ কাপোৰ, ৰেচম-পছম আহিছিল। আগেয়ে এন্ধাৰত বিহুতলিলৈ বাট দেখা ডেকাক এতিয়া হাৰিকেন্ লেম্প্ লগা হ'ল,—"লেম বাতি লগাই লৈ ৰাতি-বিহু চাবলৈ গ'ল।" ডেকা-গাভৰুহঁত আগৰ দৰে বিহু মাৰিবলৈ গ'লেও আগৰ ঠেৰেজু-বৰ্হমথুৰিত তেওঁলোকৰ লাহ নাহে। ৰেচমৰ কমালৰ চফ, লং বান্ধি নিবলৈ শিকিলে। গাভৰুৱে ডেকাক থুৰিৱা তামোল দিলেও "তাৰ মাজত দিছিলা লং।" ১৮৫২ ছনত হেনো শিৱসাগৰ



জিলালৈ ২১৪১৲ টকা মূল্যৰ ১৬৫৪ৰ্ছ মোন নানা ৰকমৰ মছলা আমদানী হৈছিল।

বাহিৰৰপৰা অকল এইবোৰ লাহ-বাহৰ সামগ্ৰীয়েইযে আহিছিল এনে নহয়। অসমীয়া জাতীয় জীৱনৰ পানী খোৱা পুখুৰীত বিহ ঢালিবৰো লগে লগে দিহা হৈছিল। ওপৰত কানি 'ৰৰবিহ'ৰ কথা কৈয়ে আহিছো। উপৰোক্ত বছৰত বঙালৰপৰা ২৪০০০৲ টকা মূল্যৰ ৬০ মোন আবকাৰী কানি আৰু নামনি অসমৰপৰা ১৬০০০৲ টকা মূল্যৰ ৪৫ মোন কানি চালান হৈছিল অকল শিৱসাগৰ জিলালৈকে। মণিৰাম দেৱান আৰু আনন্দৰাম ফুকন আদিয়ে আঙুলি বটিয়াই দেখুৱাই দিয়াতো আৰু বিদেশী ছবকাৰে নিজে বুজিও, টকাৰ লোভত দেশৰপৰা কানি গুচাবৰ হকে একো নকৰিলে। মিল্‌ছ্ ৰিপৰ্টৰ একাষাৰ কথা কেনে বিদ্ৰূপৰ বাণ যেন লাগে!— "The condition of the Assamese Ryot is that of much comfort; he is taxed lightly and labours in peace and security."

১৮২৬ ছনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ফাওতে অসম দেশ মানৰপৰা লোৱাৰ পিছত ১৮৩৮ ছনত পুৰন্দৰসিংহক লখীমপুৰ আৰু শিৱসাগৰ জিলা বছৰি আধা কোটি টকাত লালবন্দীকৈ দিয়ে। কিন্তু অতি সোনকালেই তেওঁৰ হাতৰ-পৰা ছাহাবসকলে দেশ কাঢ়ি লৈ কেপ্‌টেইন ব্ৰডি ছাহাবক গতাই দিলে। ব্ৰডিয়ে অখণ্ড প্ৰতাপেৰে শাসন কৰিছিল।

তেওঁক শিৱসাগৰীয়া ৰাইজে 'বৰতি ছাহাব' বুলিহে আজিও সোঁৱৰে।

তইঁতৰ নিচিনা আনো চাবিজনী
বৰতি ছেহাবৰ দিনত।

সেইদৰে কেপ্‌টেইন নিউভিল ( Niufvill ) আৰু হলৰয়েডক (Holroyd) অসমীয়া মানুহে 'নবীন' আৰু 'হাওলাট' ছাহাব বুলিলেহে চিনি পাইছিল। নিউভিলক কাশীনাথ তামূলী ফুকনে 'ন্যুবিন' আৰু মণিৰাম দেৱানে 'নবীন' কৰিহে লিখিছিল।

মণিৰাম পিয়ালীক ফাঁচী দিয়াত দেশ জুৰি যি অসন্তোষৰ উদ্রেক হৈছিল, তাৰ বাহিৰে বনগীত বা লোকগীতত ছাহাব-সকলৰ শাসনৰ সমালোচনা পাবলৈ আশা কৰা ভুল হ'ব। সচাঁকৈয়ে ক'বলৈ হ'লে মণিৰামৰ দৰে বৃটিছক সমালোচনা কৰি ছাহাবৰ দাঁতৰ শূল, চকুৰ কুটা হ'বলৈ, মিল্‌ছৰ নিচিনা লোকৰপৰা 'ধূৰ্ত্ত আৰু অসঞ্জাতী' বিশেষণ পাবলৈ কেইজনেই বা ওলাই আহিল? গাঁৱলীয়া ডেকা-গাভৰুৰ কাৰণে এনেবোৰতো অসমধৰ কথা হ'বই। নতুন আমোলত যিবোৰ পৰিবৰ্ত্তন ঘটিছিল, সিহঁতৰ জীৱনত দূৰৈৰপৰা তাৰ চিটিকনি এটা পৰিছিলহি মাত্র। সিহঁত তাতেই সন্তুষ্ট। বনগীত গোৱা দলে এই নতুন জগতখনৰ দুই-এটা উপমা নি গীতত অলঙ্কাৰ খুৱাইছিল পুৰণি ঘৰুৱা উপমাৰ লগতে।

নৈনো গুমেগুমায় কুম্পানীৰে জাহাজ ঐ,
ঢেঁকিনো গুমেগুমায় ঠোৰা;



কঁকালনো গুমেগুমায়, বুকুনো চমেচমায়
কন্যা-কাল হ'বৰেপৰা।

১৮৪৭ ছনত পোনতে কলিকতা আৰু গুৱাহাটীৰ মাজত ভাপ-জাহাজ চলে। পিছত ডিব্রুগড়লৈকে এই জাহাজ অহা-যোৱা কৰে। গঙ্গা চিলনী, "বগী ঢকঢকী" বালি আৰু মাজুলী চাপৰিৰ ৰমাণ্টিক্ পৰিবেষ্টনৰ লুইতৰ বুকু জাহাজে উখল-মাখল লগালে—বয়ঃসন্ধিৰ সময়ত যেনেকৈ গাভৰুৰ অঙ্গত অনঙ্গদেৱে যৌৱনৰ বিদ্রোহ জগাই তোলে। কোম্পানীৰ জাহাজৰো যে নিজা ৰমাণ্টিক সৌন্দৰ্য্য নাই, এনে নহয়। সিও বৰনৈৰ বুকু ফালি 'দূৰসংস্থ' প্রিয়জনৰ বাতৰি আনি যোগায়হি,—

উজায়ে আহিলে কুম্পানীৰ জাহাজ ঐ,
পিথপী টলেবল্ দেখোঁ,
চপাই দে চপাই দে কুম্পানীৰ জাহাজ ঐ,
মনেমতীৰ বাতৰি সোধোঁ।

অকল এয়ে নহয়, কোম্পানীৰ দিনৰ নতুন যান-বাহনে প্রেমিক-প্রেমিকাৰ দৃষ্টি প্রসাৰিত কৰি দিলে। আগেয়ে যদি প্রেমিকে ব্যৰ্থ মনোৰথ হৈ "মতা ম'হ বেচি", লাখুটি ধোঁৱা-চাঙত তুলি নগাৰ চাঙত গৈ ওলোৱাৰ কথা পাঙিছিল, এতিয়া আৰু তেনে নকৰি অলপ দূৰলৈ যাবলৈ মন মেলা হ'ল।—

ভাটীলৈ ভটীয়াই যামে ঐ লাহৰী,
নেথাকোঁ কুম্পানীৰ দেশত।

অৱশ্যে "কুম্পানীৰ দেশৰনো সীমা কিমানলৈকে" বুলি প্ৰশ্ন কৰিলে ডেকাদেৱেযে ঘপৰাই উত্তৰ দিব পাৰিলেহেঁতেন, আমাৰ সন্দেহ। বাৰু, যাওক সিবোৰ কথা।

মণিৰাম দেৱানে ঘনকান্তসিংহ যুৱৰাজৰ হৈ এখন সুদীৰ্ঘ পত্ৰ মিল্‌ছ ছাহাবৰ ওচৰত দাখিল কৰিছিল। তাত তেওঁ বৃটিছ আমোলৰপৰা হোৱা সুফলবোৰৰ ভিতৰত নিয়মীয়া ডাক-চলাচলো এটা ধৰিছে। বৃটিছৰ এই প্ৰসাদৰ ভাগ প্ৰেমিক-প্ৰেমিকাসকলেও বোধ কৰোঁ নোলোৱাকৈ নাথাকিল।

ছৰকাৰী ডাকোৱাই লেৰেলা-চেপেটা,
কেতেকী-পহীয়া ভৰি।
* পিয়নে ক'লেহি চেনাইৰে বাতৰি,
নেখাই থাকোঁ ভাতে পানী।
* লেফাফাৰ ভিতৰত চিঠি দি পঠিয়াওঁ।

১৮২৩ ছনতেই ৰবাৰ্ট্ ব্ৰুচ্ নামে এজন ছাহাবে, শদিয়া অঞ্চলত বনৰীয়া চাহ আৱিষ্কাৰ কৰে। অসম চাহ খেতিৰ কাৰণে সাৰুৱা ঠাই বুলি জানি কিছুমান ছাহাবে গোট খাই ১৮৩৯ ছনত অসম টি কোম্পানী গঠন কৰে। নাজিৰাত কোম্পানীৰ ঘাই দপ্তৰ বহে। চাবুৱা (চাহ বোৱা = tea nursery) আদি ঠাইত কোম্পানীয়ে গৱেষণা চলায়। মিল্‌ছে ৰিপৰ্ট্ লিখিবৰ সময়ত শিৱসাগৰ জিলাত কোম্পানীৰ বাহিৰেও তিনিখন চাহৰ খাত আছিল,—দুখন মণিৰাম দেৱানৰ "সোণৰূপৰ বাগিচা', এখন মিঃ মৰ্ৰে ছাহাবৰ নেঘেৰীটিং



বাগিচা। মণিৰাম অসম কোম্পানীৰ কিছুদিন দেৱান আছিল। মিল্‌ছে লিখিছে, কোম্পানীৰ তলত ৩,০০০ মানুহে কাম কৰিছিল। তাৰ ভিতৰত এক-তৃতীয়াংশহে শিৱসাগৰ জিলাৰ মানুহ, বাকীবোৰ দৰঙৰ কছাৰী লোক বা বঙালী।

কালক্ৰমত অসম চাহ বাগিচাৰে ঢাক খাই পৰিল। লগে লগে সিবোৰে গাঁও-ভুঁইৰপৰা অনেক ডেকাক কেৰাণী-মহৰী কামত সামৰিবলৈ ধৰিলে। বিশেষকৈ যিসকল ডেকাই দুখীয়া অৱস্থাৰ কাৰণে প্ৰেয়সীৰ পিতাকৰ চকুত অপাত্ৰ পৰিগণিত হৈছিল, তেওঁলোকে বাগিচালৈ সহজ বাট ধৰিছিল।

কেৰেণী নহ'লো, মহৰী নহ'লো,
তোমাক কেনে কৰি পাম?

তাতে আকৌ সমাজত ছোৱালীৰ বাপেকে দৰাৰপৰা ধন লোৱা প্ৰথা সঞ্চিত ব্যাধিৰ দৰেই বহুত দিনৰেপৰা চলি আহিছে।

চাহপাত ছিঙিলো, চটাইত মেলি দিলো,
তেতেলী-পতীয়া হ'ল।
* উজায়ে আহিলে বাগিচাৰ ছেহাবটি,
চেৰাপ খাই পেলালে চিচা।
* শলগুৰি বাগিচা অননি-বননি,
তাতে নবহিলে মন।
* তিতিকি তিতাফুল, যোৰহাটৰ গোলাপ ফুল
মৰিয়ণী বাগিচাৰ চিঠি।
* গাভৰু বাগিচাত, মতাম'হ বেচিলো,
ইত্যাদি।

সোণাপুৰ বুলিলত মনত পৰিল, চুখাংফা খোৰাৰজাই কেইবা ঠাইতো কাৰেং সজায়; শলগুৰিৰটো জুয়ে পোৰে, সোণাপুৰৰটো সৰগ পৰি নষ্ট হয়।

বাগিচাৰ বাহিৰেও প্ৰেমিকাহঁতৰ বুকৰপৰা প্ৰেমিকহঁতক কাঢ়ি নিবলৈ ওলাল ছৰকাৰী চাকৰী। সেয়েহে গাভৰুৱে বেজাৰৰ হুমুনিয়াহ কাঢ়ি গায়,—

শোৰা-পাটী এৰি ছুটি চকু মোহাৰি
খালা কি নেখালা ভাত,
ছৰকাৰী কামলৈ ঢাপলি মেলিলা
লগাই থৈ নগ'লা মাত।
* সজাত বন্দী হ'লে সজাৰে মইনা,
শালত বন্দী হ'লে হাতী,
ছৰকাৰী কামতে মোৰ ধন বন্দী হ'লে,
দুপুৰায় কালিন্দী ৰাতি।

প্ৰেম-পিৰীতিৰ চাকি-গছা নহ'লে বিৰহ-বিধুৰ দিনেই নিশা যেন লাগে। কালিন্দী ৰাতিয়ে মৰ-আঁউসীতকৈও ঘোপমৰা যেন লাগিবৰে কথা। উপায়?—প্ৰেমিকাই ইয়াৰ অতি সহজ উপায় উদ্ভাৱন কৰিছে,—

ছৰকাৰী চাকৰী নেলাগে লাহৰী
নেলাগে লাকতৰ ধন।
* সজা কাটি মোকোলাওঁ সজাৰে মইনা,
শালে ভাঙি মোকোলাওঁ হাতী;
ডিঙিৰ মণি বেচি মোৰ ধনক মোকোলাওঁ;
পুৱাই যাওঁ কালিন্দী ৰাতি।



আনফালে আকৌ, চাকৰী বা 'বাবুগিৰি'ৰ প্ৰতি ডেকা-সকলৰ মোহ দিনক দিনে বাঢ়িবলৈ ধৰিলে। অৱশ্যে ইয়াৰ-যে অৰ্থনৈতিক কাৰণ নাই, এনে নহয়। কিন্তু চাকৰী আৰু নগৰৰ মোহে অনেকক গাঁৱৰ সমাজৰপৰা মাউথ ভাঙি আনি শ্ৰেণীহীন বা সমাজৰ উকলিপুঙা এবিধ লোকৰ সৃষ্টি কৰিলে। ছৰকাৰী চাকৰীৰ কোৱাভাতুৰীয়া সৌন্দৰ্য্যই অসমীয়াৰ জীৱনত কি এক পৰিৱৰ্ত্তন আৰু আত্মবিনোদন আনিলে, তাক বনগীতৰ মাজেদি ৰিণিকি ৰিণিকি উপলব্ধি কৰিব পাৰি।

দ্ৰুততকৈও দ্ৰুততৰ যান-বাহনৰ উন্নতিয়ে ভাৱপ্ৰৱণ ডেকা-গাভৰুৰ কল্পনা অতি সহজেই স্পৰ্শ কৰিছিল আৰু তেওঁলোকৰ প্ৰীতি-প্ৰণয়ৰ গীতৰ মাজত এটুকুৰা ঠাই অধিকাৰ কৰি লৈছিল। আগেয়ে যিথন দেশত হাবি-বনৰ মাজেদি এঠাইৰপৰা আন এখন ঠাইলৈ যাব লগীয়া হ'লেই হাঁহ মাৰি ভাত খাইহে গৈছিল; তাত কল-কজা লগা যান-বাহনযে পোনতে ঐন্দ্ৰজালিকতাৰে পূৰ্ণ যেন লাগিব, এই কথা সহজে বুজিব পাৰি। "কামলৈ যাবলৈ টাইম চিনি পাবলৈ আনি ল'ম কুম্পানীৰ ঘড়ী।" সকলোৱেই কোম্পানীৰ,—দেশ কোম্পানীৰ, জাহাজ কোম্পানীৰ, ৰেল কোম্পানীৰ, আন কি ঘড়ীও কোম্পানীৰ! এই ঈশ্বৰৰ দৰে সৰ্ব্বশক্তিমান, সৰ্ব্বব্যাপী কোম্পানীৰ 'দাসৰো দাস তান দাস' হ'বলৈ পাই নিজকে অনেকে ধন্য মানিলে। যিদিনা নিজৰ ভগা জুপুৰিৰ কাষেদি ৰেলগাড়ী ভচ ভচ কৰি ধোঁৱা উৰুৱাই

বিশ্বাশবদে লৰ ধৰিলে, যিদিনা পেট্ৰলৰ ধোঁৱা আৰু চেউনি আলিৰ ধূলা মিহলি কৰি, চকু ধুৰুঁলী-কুৰুঁলী কৰি মটৰ-গাড়ী আগ বাঢ়িল, সেইদিনাও ডেকা-গাভৰুৱে দুখীৰ দুখী অৱস্থাৰে প্ৰেমৰ কল্পনা-লোকলৈ উৰা মাৰিলে।—

উকিয়াই উকিয়াই ৰেলগাড়ী চলিলে,
ডিমাপুৰত গধূলি হ'ল।
* বেলৰ আলিৰ দুবৰি বন,
হাড়ক মাটি কৰি, তেজক পানী কৰি,
তোমালৈ ঘটিছো ধন।
* মট মট কৰি মটৰ গাড়ী চলিলে,
যোৰহাটত চলিলে চিঠি।
* ৰিহাবাৰী ইষ্টেশ্যন তিনি-কুঠলীয়া,
ওপৰে লগোৱা টিন।

টিন! টিনপাত লগোৱা ঘৰ হ'ল এই নতুন যুগৰ যশস্যাৰ সম্বল।

টিন পাতৰ বঙলা তলেদি ভোমোলা,
মাৰে তুলাপাতৰ সোপা।

বঙলা! আগেয়ে আছিল চ'ৰাঘৰ, বৰচ'ৰা, পানীচ'ৰা, তামূলীচ'ৰা, ৰজাৰ মেলচ'ৰা, বৰচ'ৰা। আজি-কালি 'ফেশ্যন হ'ল বঙলা—বৰ ছাহাবৰ বঙলা, বৰলোকৰ বঙলা; বঙলা বুলিলেহে যেন শুনিবলৈ সুৰলা হয়।

শহৰৰ বঙলা দেখিবলৈ সুৰলা
দুৱাৰত ইংৰাজী লেখা।



* পানী আনি আনি বঙলা মচিলো
শিৱসাগৰ জিলাৰে মাটি।

এইদৰে পদে পদে অসমীয়া জীৱনৰ হাৱ-ভাৱৰ সলনি ঘটিবলৈ ধৰিলে। নতুন ৰীতি-নীতিয়ে বনগীত বা আন লোক-কবিতাতো নিজৰ ভাষা বিচাৰি উলিয়ালে।

**॥ বনগীতত ভূগোলৰ অক্ষৰেখা ॥**

বনগীতৰ সুকোমল গাত যেনেকৈ ৰণ-মতলীয়া, ৰাজ্য ভঙা-পতা বুৰঞ্জীৰ আঁচোৰৰ চিন পৰি ৰৈছে, আনফালে তেনেকৈ অসমৰ যি মাটি-পানী, নৈ-নিজৰা, পৰ্ব্বত-কন্দৰৰ মাজত এই গীতবোৰৰ জন্ম, সেইবোৰৰ গোন্ধো তাত মলমলাই আছে। অসমৰ বুকু জুৰোৱা (কেতিয়াবা আকৌ দেশৰ বুকুত প্ৰলয়-নাচোন নচা) বৰনৈ লুইতৰ পৰশেই গীতবোৰত বেছিকৈ অনুভৱ কৰিব পাৰি। 'বৰনৈৰ নিৰিমল পানী'য়ে অসমীয়া জীৱনক জীপ দি আহিছে। আনফালে আকৌ বিহুৱা ৰংমনে কেতিয়াবা বিহুতীক বিচাৰি 'লুইত পাৰ হই, দিখো পাৰ হই' অঘৰী হৈ ঘূৰি ফুৰিছে। সৌন্দৰ্য্য-প্ৰাণ ডেকা-গাভৰুৱে জানে মৰমৰ লুইতখনকনো কিহে শুৱনী কৰিছে—'লুইতৰ শুৱনী গঙাকৈ চিলনী';

লুইতৰ শুৱনী মাজুলী চাপৰি
সৰগৰ শুৱনী তৰা।
* লুইতৰে বালি বগী ঢকেঢকী,
কাছেই কণী পাৰে লেখি।

এই লুইতৰ পাৰতে ৰংমনৰ চেনায়ে আৰু নেতাইৰ দৰে ধুবুনীহঁতে কাপোৰ ধোৱে ; ৰংমনে ভাতে খৰি লোৰে আৰু খৰি লোৰা ঠাইকণ খহাই নিনিবলৈ বুঢ়া লুইতক মিনতি জনায়।

চিৰিপ্ চিৰিপ্ কৰি কাপোৰ ধুই আছিলো
ছিৰি লুইতলৈ চাই।
* লুইতৰ ঘাটতে ধুবুনী নামিলে
নামে লুইততে মিৰি।
* বৰ্হমপুত্ৰৰ পাৰতে বৰ্হমথুৰি এজুপি,
আমি খৰি লোৰা ঠাই ;
উটুৱাই নিনিবা বৰ্হমপুত্ৰ দেৱতা,
তামোল দি মাতোঁতা নাই।

কিমান মৰমৰ এই লুইতখন ! বুঢ়া লুইতৰ সাৰকণ পায়ে অসমৰ সংস্কৃতি গজালি মেলি বৰগছ হৈছে। 'লুইত' বা 'ছিৰি লুইত' নামটোৱেই তাৰ সাখী নহয় জানো ? কোন কাহানিয়ে ক'ৰ অষ্ট্ৰিক জাতিয়ে ইয়াৰ কাষতে বসতি কৰি 'নিৰিমল পানী'ৰ বৰনৈক নাম দিলে 'লাও-টু' নে 'টি-লাও', ডক্টৰ কাকতিয়ে বুজাই দিছে—'ফটিক পানীৰ নৈ'। 'ছিৰি' মানেও বোলে নৈ। সেইহে 'ছিৰি লুইত'। এই নামকে আকৌ শ্ৰী-শ দি 'জোৰ-ফোটা মাৰি' জাতত তোলা হ'ল——শ্ৰীলোহিত, শ্ৰীলৌহিত্য। সোণৰ জখলাই নামি অহা তাইসকলে 'সৰগৰ শুৱনী তৰা'ৰ লেখীয়া মাজুলী চাপৰিৰে



শুৱনী বৰনৈক নতুন নাম দিব খুজিছিল—'নাম-ডাও-ফি', তৰা দেৱতাৰ নৈ। সেই নাম নৰ'ল, বৰনৈয়ে উটুৱাই নিলে, —'তামোল দি মাতোঁতা নাই' বাবে নে ? বিষ্ণু ৰাভাই আকৌ কৈছে বোলে 'ব্ৰহ্মপুত্ৰ'ও বোলে মূলতে কছাৰীহে—'বুল্লুম্ বুথুৰ্'—বুৰবুৰণি, ঔ ফুলীয়া ভুমুক্ তুলি বৈ যোৱা নৈ। হ'বওতো পাৰে। অসমৰ কমবোৰ নৈৰ নাম জানো মূলত বড়ো !

আহোম যুগৰ ৰাজধানী গড়গাঁও আৰু ৰংপুৰৰ ঠাই অসমৰ পুৰণি ৰাজনীতিত আগশাৰীত। এই দুখন লোপ পোৱা নগৰ যাৰ পাৰত, সেই দিখৌৰ নামো বনগীতে ঘনাই ঘনাই লৈছে—বুৰঞ্জীত যেনেকৈ দিখৌক 'বশিষ্ঠ গঙ্গা' বুলিছে, যোগিনী-তন্ত্ৰত বুলিছে, 'তীৰ্থ-শ্ৰেষ্ঠা দিক্ষু-নদী'। এই দিখৌ বনগীতত আছে শুৱনী 'কুৰুৱাৰ বাহ' লগা 'নাৰায়ণ শিমলু'ৰে, 'সুঁতিৰ ডেও-দৰিকনা'ৰে। চেনাইক হেৰুৱায়ো ডেকাই দুখেৰে এবাৰ দিখৌৰ বুকুলৈ চায়,—

দিখৌ নৈ এৰিব পাৰোঁ মই চেনাই ঐ,
জাঁজী নৈ এৰিব পাৰোঁ।
* দিখৌ নৈৰ এসুঁতি, দিচৈ নৈৰ এসুঁতি,
চেনাই কোন সুঁতিয়ে গ'ল ?

'তিনি ভেঙুৰীয়া' দিহিং আৰু ডিবুৰু, 'খুলীয়া খুলীয়া' আৰু 'লেতেৰা পানী'ৰে ভোগদৈ-দিচৈ, বঢ়া পানীৰে দিচাঙৰ মৰমতে আমাৰ বনগীত-গাওঁতাহঁতো ডাঙৰ-দীঘল হৈছে।

পল-জাকৈ বোৱাসকলৰ বৰচিনাকি দৰিকাৰ কথাকে বা গীতালহঁতে পাহৰে কেনেকৈ ? ইফালে,

ওলাই নামেডাঙৰ সাঁকো তই সৈমান ঐ
সোমাই নামেডাঙৰ সাকোঁ।

লখীমপুৰ জিলাৰ 'চিচিয়ে উজাবৰ চেনি' ; 'ৰঙা নৈৰ ঢেকিয়া থোৰালী থোৰালী', গোলাঘাটৰ 'কাকডোঙাৰ ববালি'ৰো জুতি পাই থৈছে আমাৰ ৰংমনে। প্ৰেমৰ স্মৃতি বন্ধ হোৱা দেখি সি হুমুনিয়াহ ছাৰিছে,—

ধনশিৰি ভেটিলে জেঙেকৈ জাবৰে
সুৱণশিৰি ভেটিলে কোনে ?

'বগী বাইৰ'ৰ ঘৰ 'কলঙৰ গৰা'ত ; 'তামোল-মলা ধপাত দিব লাগে বুলি ওলাই মাত নলগোৱা' ৰূপহীয়ে তাঁত বৈ থাকে 'গজে পানী খোৱা দৈয়াঙ'ৰ পাৰত।

পুৰণি ৰংপুৰ-শিৱসাগৰ আৰু তাৰ কাষৰৰ ঠাইৰ উল্লেখ বনগীতত সঘনে পোৱা যায়। বিহু-বলিয়াই ৰংপুৰ 'জিলাত'হে ( নগৰত ) ঢোলৰ মাত শুনে, 'বঙলা মচিবলৈ' পাই 'শিৱসাগৰ জিলাৰে মাটি', সেলেঙি লগাই খাবলৈ পায় 'ৰংপুৰ বজাৰৰ পাণ'। ৰংমনৰ 'ধনে কুকুলিয়াই জেৰেঙা পথাৰত'— জয়মতী কুঁৱৰীৰ তেজ-সিক্ত জেৰেঙাত। 'টেক্সি আলি, 'দৰিকা বিল,' 'মঠাডাং গাওঁ' ওচৰা-উচৰি। যৌৱনৰ ৰূপক হ'ল গড়গাওঁ-নাজিৰাৰ 'বালিঘাটৰ বেঙেনা।'

ডিব্ৰুগড়খন নতুন পণ্যৰ হাট-বজাৰৰ চহকী নগৰ,



'দীঘলী বজাৰ', 'ৰিহাবাৰী ইস্টেছন'ৰ ঠাই। ইয়াত 'আটাই-বোৰ শুৱনী ঘৰ।' 'ডিব্ৰুগড়তে কিনো নাইকিয়া, আছে মুগা-বোৱা বাঁচ।' ইয়াত চেনেহীৰ বাবে আছে 'ৰঙা জাকিট চোলা' আৰু 'কপাহৰ জোলা'। সেই দিনত ডিব্ৰুগড় দূৰণিৰ ছহৰ। প্ৰেমিকে প্ৰেমিকা 'নাচনী আছেগৈ ডিবুৰু জিলাতে কিহতকৈ বাতৰি দিওঁ' বুলি খেদ কৰে, বা সান্ত্বনা দি যাব লগীয়া হয় ঃ 'আমিযে যাওঁগৈ ডিবুৰু জিলালৈ, তুমি নকৰিবাঁ বেজাৰ।' বিফল-কামজনে আকৌ ভাবে,

তোমাৰে বেজাৰত মৰিমগৈ মৰিমগৈ
ডিবুৰুৰ জয়ন্তী-ৰণত।

ডিবুৰু যদি দূৰণিৰ ৰণাঙ্গন, শদিয়া তাতোকৈ আঁতৰৰ শদিয়াখোৱা গোহাইৰ ( ১৫২৩ ছনৰপৰা ) শেন-চকুৰা শাসনৰ ঠাই—

কোৱাই কা নকৰা জিলী জাঁ নকৰা
শদিয়া পাৰৰে আলি।
* ডিবুৰুৰ ৰণখন শদিয়াত লাগিলে
মিৰিয়নী কান্দিলে ডালত।

'মট্ মট্ কৰি মটৰ চলা', 'বেলৰ আলি···গড় আলি' আৰু গোলাপ ফুলেৰে যোৰহাট যেনে-তেনে ঠাই নহয়। 'যোৰহাট জিলালৈ অকলে নেযাবাঁ' ; 'যোৰহাট জিলালৈ নেযাবাঁ বুলিলো ; কাৰে বুধি পাই গ'লা ?' মেলেং, গাভৰু বাগিচা, চিনামৰা বাগিচায়ো বনগীতত ভুমুকি মাৰিছে।

[ আন ঠাইৰ বাগিচাৰ ভিতৰত শলগুৰি আৰু চিচিমুখৰ নাম পোৱা যায়। ]

কাকডোঙাৰ বৰালি, দেৰগাৱঁৰ বৰালি,
কেনেকৈ মিহলি হ'ল!
তুমি নেখেৰীয়াল আমি যোৰহটীয়া
কেনেকৈ চিনাকি হ'ল !!

এই সাঁথৰৰ উত্তৰ—প্ৰেমৰ মোহনি। কলিয়াবৰ, গুৱাহাটীও ডিব্ৰু-শদিয়াৰ দৰে আঁতৰৰ ঠাই, য'লৈ গ'লে আৰু ৰংমন চেনেহীৰ পুনৰ লগা-লগিৰ আশাও আঁতৰি যায়।

লুইত পাৰে হ'লো, দিখৌ পাৰে হ'লো,
জিৰালো কলিয়াবৰত;
তোমাকে বিচাৰি এবোঁ ঘৰে-বাৰী
নেথাকোঁ ডিবুৰুগড়ত।

কিন্তু প্ৰেমৰ আকৌ এনেহে মায়া—দূৰো ওচৰ হয়, পৰো আপোন হয়।—

ধনে গুৱাহাটী বেহাই যাওঁ এৰাতি
নাজিৰাত বেহাই যাওঁ পুৱা।

# বড়ো-কছাৰীসকলৰ গীত-মাত

কছাৰীসকল অসমীয়া জাতিৰ এটি বিশিষ্ট অঙ্গ, অসমীয়া সংস্কৃতিৰ বুনিয়াদ-ই-বুনিয়াদ। বুৰঞ্জীয়ে নকয়, তেওঁলোকে কিমান সুদীৰ্ঘ কাল ধৰি কি প্ৰতাপেৰে এই পূব ভাৰতত ৰাজত্ব কৰিছিল। কিন্তু ডিব্ৰু, দিখৌ, দিচাং, দিহং, দিহিং, দিবাং আদি নৈৰ নামবোৰেই কৈ দিব, বড়ো সংস্কৃতিৰ সাঁচ অসমৰ মানচিত্ৰত গভীৰ। বিহু অসমীয়া জাতীয় উৎসৱ। বিহু আৰু বিহুৰ বতৰক কেন্দ্ৰ কৰি কিমানবোৰ অসমীয়া গীত-মাত আছে! অসমীয়া বুলি কছাৰীসকলৰো সম্পত্তি এই বিহু। তেওঁলোকৰো বিহু-গীত আছে—অসমীয়া-মিহলি বড়ো ভাষাত বা বিভিন্ন শুধ্ বড়ো ভাষাত। তেওঁলোকৰ ডাঙৰ দেৱতা বুঢ়া শিৱ, বাথো, বাথৌ, বা বাথৌ শিব্ৰাই, আৰু দেৱী বুঢ়ী বা ভল্লী, অৰ্থাৎ ভৰলী বা কামাখ্যা। বিহুৰ সময়ত তেওঁলোকে বুঢ়া দেৱতাক তুতি-মিনতি কৰে বাথৌ-শাললৈ নামি আহিবলৈ। এই সময়তে সোণোৱাল কছাৰী-সকলৰ উৎপত্তি-গীতি হাইদাং-গীত গায় সোণোৱাল আৰু ঠেঙাল কছাৰীসকলে—মাধৱদেৱৰ ল'ৰা নৰ ( নৰকাসুৰ ) আৰু শঙ্কৰদেৱৰ জীয়ৰী ৰূপে আৰু চুপেৰ বিয়াৰ কথাৰে। এই কাহিনীৰ বৰ্ণনা আগ বঢ়াৰ লগে লগে বাথৌ-শাললৈ বোলে

বিহু নামি আহে। গীতত দৰা অহা নাওখনি শহুৰৰ পদুলিৰ কাষ চাপি আহে, আৰু গীতো গুৰু-গম্ভীৰ হৈ উঠে,—

আমন কাঠৰ লাই নাও যে লাই নাও যে,
আমন কাঠৰ লাই নাও যে;
আমন কাঠৰ লাই ব'ঠা লাই ব'ঠা,
আমন কাঠৰ লাই ব'ঠা।

বড়ো বিহু-গীতবোৰত ডেকা-গাভৰুৰ সমবেত আনন্দৰ ৰিং শুনা যায়। আনফালে, জানোচা অহা বছৰৰ বিহুটি অহাৰ আগতে লগৰীহঁতৰ বিয়া-বাৰু হৈ সকলো দিহিঙে-দিপাঙে যাব লাগে, এই আশঙ্কা। বিহু-তলি নিজম পৰি আহে; ডিমাচা ডেকাহঁতে ৰিঙা সুৰত গায়,—

চেনেহৰ ভনীহঁত, শুনাচোন, কথালৈ কাণ দিয়াঁচোন; গাঁও ভৰি আছি ডেকা-গাভৰুৱে; তেওচোন গাঁওখন কিবা নিমাত-নিজান।

বিহু গীত-নাচৰ মাজতো কেতিয়াবা কিবা এটা ভাব উজাৰ খাই উঠে,—

যেতিয়া অহা বছৰলৈ বিহু আহিব, আমাৰ গাঁৱৰ ডেকা-গাভৰু সকলোবোৰ কিজানি থান্‌বান্ হৈ পৰিব; তেতিয়া জানো অকলশৰীয়া এটা টিলা, অকলশৰীয়া এটা চৰাই বা অকলশৰীয়া এখন নৈৰ দৰে এটা এটা হৈ অকলশৰীয়া হৈ পৰিম!

সেইহে, বিহুৱাহঁতে লগৰীক কয় সতকাই বিয়াত নোসোমাবলৈ,—

যদি মাৰা-বাপেৰাই বিয়া দিব খোজে, সৈমান নহ'বাঁ; কাৰণ, বিয়াখন হৈ গ'লেই কেঁটেলা পহু গাঁতত সোমাই থকাৰ দৰে ঘৰখনতে সোমাই থাকিব লাগিব। আমি আবিয়৾ৈ হৈয়ে থাকোঁহক। তেনেকৈ থাকিলে কিমানবোৰ যে ডেকা-গাভৰু হ'মহক! অঃ, বহুতবোৰ হ'ম, আৰু বহুতবোৰ আহি আমাৰ লগ লাগিব! তেতিয়া আমি বেলিটো ঢাকি পেলোৱা উৰণীয়া চৰাইজাকৰ দৰে হ'ম!



ওচৰা-উচৰি কপাহৰ 'জুম' খেতত বন-বাত গুচাই গুচাই ডেকা-গাভৰুৱে গীতৰ সুৰত চেনেহৰ কথা পাতে। ডেকাই ইঙ্গিত দি কয়,—

বাৰিষা আহিলে বৰষুণবোৰ আহিল বুলি বেজাৰ নকৰিবাঁ; বাৰিষা বতৰত ৰোৱা-তোলা কৰিবলৈ ঈশ্বৰে আমাক তিৰোতাবোৰ দিছে। জাৰকালি আহিলেও দীঘলীয়া জাৰৰ ৰাতিৰ বাবে আমনি নেপাবাঁ; কাপোৰ বৈ উলিয়াবলৈ আমাক তেওঁ তিৰোতাবোৰ দিছে।

গাভৰুৱে ইঙ্গিতটি বুজি কয়,—

আমাৰ ককাইদেউৰ দৰে আমিও পুৰুষ হোৱাহেঁতেন অসমৰ ৰাজ্যলৈ গুচি গ'লোহেঁতেন। পিছে, তেওঁলোকৰ দৰে পুৰুষ নোহোৱা-হেঁতেনযে আমাৰ গতি হ'লহেঁতেন! বাৰিষা কালি বাঁহৰ চুঙাত ভৰাই ব'দত শুকাবলৈ দিয়া কৰকৰা ভাতৰ দৰে শুকাই কৰ্কৰীয়া হ'লোহেঁতেন।

এইবোৰ গীত আমি শুনিছিলো শ্ৰীবিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ-পৰা। ৰাভাৰপৰা পোৱা আৰু দুটিমান ডিমাচা বনগীতৰ ভাবাৰ্থ এনে,—

অ' মোৰ চেনেহী, সাদৰী ভনীটী, ধান-খেৰৰ আগবোৰ কঁপিছে, সিহঁত মলয়া বতাহ লাগি কঁপিছে। তোমাৰ নিচিনা ভৰ যৌৱনৰ এজনী যদি মোৰ কৰি ল'ব পাৰিলোহেঁতেন, তেতিয়া হ'লে তাইক

সাৰটি লৈ শাহু-আইৰ ঘৰৰ এটা খোটালিত বতাহত লৰা ধান-খেৰৰ দৰে ময়ো কঁপিলোহেঁতেন।

* আমি দু'য়ো দুইকো হিয়াৰ কথা দিলো, আৰু সেই কথাত বান্ধ খাই ভাবিলো, আমাৰ কথাবোৰ মাটিত কটাৰীৰে কটা দ আঁকৰ দৰে আমাৰ হিয়াত বহি থাকিব। কিন্তু হায় ক'তা! তুমি এতিয়া তোমাৰ শাহুৰেৰাৰ ঘৰত, আৰু সেই আঁকবোৰ তোমাৰ হিয়াৰপৰা গ'ল একেবাৰেই মচ খাই।

* তুমি এদিন ভাবিছিলা মই তোমাৰ কলিজাৰ আমঠু তোমাৰ চেনেহৰ ককাইদেও। কিন্তু মই তোমাক নাপালো; আৰু সেয়ে হ'ল মোৰ জীয়াতুৰ কাৰণ। মইনো এতিয়া বাৰু ডিমাচা দেশত থাকোঁ কেনেকৈ? মই আৰু ইয়াত নাথাকোঁ।

* মোৰ দৰে তোমাৰ চেনেহৰ ককাইদেৱে চিৰকাল তোমাৰ যৌৱনে-ৰঙোৱা শৰীৰৰ বৰণৰ সোঁৱৰণি মনত লৈ থাকিব; খাৰ-পানীত সিজোৱা বেঙেনা পমি যোৱাৰ দৰে তাৰ হিয়াৰ পোৰণিৰ লগতেহে সেই মনৰ কথা পমিব পাৰিব।

এই গীতবোৰৰ লগত সাধাৰণ অসমীয়া বনগীতৰ ভাব-অনুভূতিৰ সামঞ্জস্য বৰ চকুত লগা। ৰাভাদেৱৰ মুখত কেইবাটিও ডিমাচা কছাৰীসকলৰ বেলাডৰ কাহিনী শুনিছিলো। সেই গীতকেইটি উদ্ধাৰ হোৱা হ'লে বৰ সুখৰ কথাই হ'লহেঁতেন। কেয়োটি গীতৰে মূল 'মটিফ্' হ'ল প্ৰেম; তাৰ ভিতৰত ডিচ্রু-গীতত আত্মীয়ৰ প্ৰতি কামনা (incest) দেখা পোৱা যায়। ৰজাৰ জীয়ৰী ডিচ্‌ৰু গাভৰু, দেখিবলৈ ডিচ্‌ৰু বা বাঙিটোৰ দৰে ৰূপহী। ৰজা ঘৰত নথকাত



ওপজা এই ছোৱালীজনীয়ে বাপেক ঘৰলৈ আহোঁতে হাত-মুখ ধুবলৈ পানী দিবলৈ যায়। ৰজাই জীয়েক বুলি নাজানি তাই ৰূপত মুগ্ধ হৈ তাইক বিয়া কৰিবলৈ বিচাৰে। মাকে চিনাকি দিয়ে। ডিচ্‌ৰুৱে বিয়া নকৰোঁ বুলি কয়। ৰজাই নুশুনে। শেষত তেওঁ ডিচ্‌ৰুক ৰাজ্যৰপৰা ওলাই যাবলৈ আদেশ দিয়ে। লগত এটা বগা কুকুৰ লৈ সোণ-ৰূপৰ নাৱত উঠি নিৰ্ব্বাসিতা ডিচ্‌ৰু নৈত ভটীয়াই যোৱাৰ বৰ্ণনা অতি কৰুণ হৈ উঠে। ৰাজ্যৰ সকলো প্ৰজা আন কি গছ-বনবোৰেও ডিচ্‌ৰুৰ পিছ লয়। শেষত তাই পায়গৈ পৃথিৱীৰ সিপাৰ।

লৰিংদাও আৰু লৰিংদিৰ কাহিনীও প্ৰেমৰ কৰুণ কাহিনী। চেনেহী লৰিংদিৰ কথা পেলাব নোৱাৰি লৰিংদাও উঠে গছৰপৰা কপৌফুল পাৰিবলৈ, কিন্তু লাগি ধৰে গছতে। লৰিংদিয়ে প্ৰেমিকৰ বেজাৰত আত্মহত্যা কৰে।

জুহুৰা আৰু বাঞ্চাৰাণীৰ গীত, চক্ৰদৈংদাই আৰু খলচিঙৰ গীতৰো মূল বস্তু প্ৰেম। কোনো কোনো গীতত ধনশিৰি, বেলশিৰি আৰু সুৱণশিৰি নৈৰ উৎপত্তি-কাহিনী আছে। আনফালে কছাৰী ৰাণী কমলাদেৱী মহাদেৱীৰ গীতত কছাৰী সকলে ত্যাগ কৰিব লগীয়া ৰাজ্য নীলাচল কামলখিৰ (কামাখ্যা) দেশৰ বাবে শুনা যায় এটি দীঘল হুমুনিয়াহ—'কামৰূপ কামলখি দংবাহা।'

# চ'তৰ বিহু ৰঙালী

চ'তৰ ৰঙালী বিহু, কাতিৰ কঙালী বিহু আৰু মাঘৰ ভোগালী বিহু—এই তিনি বিহুক অসমীয়াৰ জাতীয় উছৱ বুলি বিবেচনা কৰা হয়। এই তিনিওটি উছৱৰে সম্পৰ্ক বছৰৰ ঋতু-চক্ৰৰ তিনিটি নিৰ্দ্দিষ্ট বিন্দুৰ লগত। মহাবিষুৱ সংক্ৰান্তি, জলবিষুৱ সংক্ৰান্তি আৰু উত্তৰায়ণ সংক্ৰান্তিৰ দিনতে এই তিনিটি বিহু পৰে। ইয়াৰপৰাই 'বিহু-সঁক্ৰাতি' কথাটোৰ উৎপত্তি হৈছে। আনফালে পণ্ডিতসকলে অনুমান কৰে, 'ৱিষুৱৎ' শব্দৰপৰাই 'বিহু' শব্দৰ উৎপত্তি। মন কৰিব লগীয়া, সংস্কৃতৰ "ৱিষুৱদ্দিৱসে" কথাটোৰে শ্ৰীশঙ্কৰদেৱে ভাঙনি কৰি কৰিছে "বিষু দিনা"। চ'তৰ বিহুৱে বছৰৰ প্ৰধান খেতিৰ বতৰৰ আৰম্ভণ সূচনা কৰে; কাতিৰ বিহুৱে খেতি তোলা বা ধান দোৱাৰ আৰম্ভণৰ সময়ৰ ইঙ্গিত দিয়ে আৰু মাঘৰ বিহুৱে খেতি তোলাৰ শেষৰ আনন্দ প্ৰকাশ কৰে। অসমৰ দৰে এখন কৃষি-প্ৰধান দেশত কৃষি-সম্পৰ্কিত উৎসৱে প্ৰাধান্য লাভ কৰা নিশ্চয় আচৰিত কথা নহয়। ৰঙালী বিহু নামটোও বৰ অৰ্থ-ব্যঞ্জক। এই ৰঙালী বিহু হয়, যেতিয়া "বাটে পোৱালি মেলে" আৰু "মৰা গৰুৰ ছালে বেবায়।" প্ৰকৃতিৰ গাত কেয়োফালে এটা মুকলি মুকলি আৰু আনন্দময় ভাব। বাট-পথ



কেয়োফালে মুকলি হৈ পৰে; পথাৰ আৰু পানীৰ ডোবাও শুকাই গৈ বুকেদি বাট এৰি দিয়ে। প্ৰকৃতি নতুন পাত-ফুলেৰে সুশোভিত হৈ পৰে। প্ৰাকৃতিক সৌন্দৰ্য্যৰ আনন্দই মানুহৰ অন্তৰতো আনন্দ তৰঙ্গায়িত কৰি তোলে। বসন্তৰ আগমনত প্ৰকৃতিৰ গাত যেন নৱ-যৌৱনৰ স্ফুৰণ হয়; মানুহৰ মনতো যৌৱনময় ভাবে কুঁহি পেলাই ফুল মেলি উঠে। প্ৰকৃতিৰ দৰেই মানুহো যেন চিত্ৰ-বিচিত্ৰ হৈ পৰিব। এই সময়তেই নানা ঠাইত নানা ধৰণৰ বসন্তোৎসৱ উদ্‌যাপিত হয়। পলাশ-মদাৰ আদিৰ ৰঙৰ উছৱ দেখি মানুহেও গাত, কাপোৰত ৰঙা ৰং সানি ফাকুৱা খেলে। ৰঙালী বিহুৰ উছৱো যেন এইদৰে ৰঙিলী প্ৰকৃতিৰ আহ্বানতে অনুষ্ঠিত হয়।

অসমীয়া খেতিয়কসকলৰ কাৰণে বসন্তকাল আজৰি আৰু গৰ্ব্ব-ভৰা আনন্দৰ সময়। মাঘৰ বিহুৰ লগে লগে খেতি চপাই ধানেৰে ভঁৰাল ভৰাই বছৰটোৰ খাদ্যৰ কথা লৈ নিশ্চিন্ত হৈ পৰে। এই সময়ত মাছ মৰা, কাঠ-বাঁহ গোটোৱা আদি কামত পুৰুষ-তিৰোতা সকলো বাহিৰ হয়। বনগীতৰ সুৰে হাবি-পথাৰ, নৈ-বিল ৰজন্‌জনাই তোলে। চ'ত সোমোৱাৰ লগে লগে ডেকাহঁতে ৰঙালী বিহুৰ আয়োজন কৰিবলৈ ধৰে, গৰুৰ নতুন পঘাৰ কাৰণে তৰাণিৰ-পৰা তৰা আনেগৈ; গাভৰুহঁতে বিহুৱানৰ কাৰণে ফুলাম গামোচা-চেলেং ব'বলৈ আৰম্ভ কৰে। গাওঁ উলহ-মালহেৰে ভৰপূৰ হয়।

চ'তৰ বিহুৰ আৰম্ভণ হয় গৰু-বিহুৰে, চ'তৰ সংক্রান্তিৰ দিনাই হ'ল গৰুবিহু। কৃষিজীৱী জাতিৰ জীৱনত গৰুৰ গুৰুত্ব অত্যন্ত বেছি। সেই বাবেই সমস্ত ভাৰতীয় সমাজতে গৰুক নানাভাৱে সম্মান কৰা হৈ আহিছে। পঞ্চ-গব্যৰ ব্যৱহাৰ অনেক পৱিত্ৰ পৰ্ব্ব-পাৰ্ব্বণতে; মৃত্যুৰ পিছত বৈতৰণী পাৰ হ'বলৈ হ'লেও বৈতৰণী ধেনু নহ'লে হিন্দুৰ উপায়ান্তৰ নাই। আনফালে অসমৰ বিভিন্ন জনজাতিৰ মাজত গৰুৰ গাখীৰ নোখোৱা প্ৰথাৰ মূলতো গৰুক সম্মানৰ চকুৰে চোৱাটোৱেই। কাশ্মীৰৰ শ্বিন্ দৰ্দ্দ, মধ্য ভাৰতৰ কোল আৰু হো জনজাতিৰ মাজতো গৰুৰ গাখীৰ নোখোৱা নিয়ম চলি আহিছে। বোম্বাই প্ৰদেশত খেতিৰ বতৰৰ আৰম্ভণিৰ সময়ৰ অখতীজ নামৰ উছৱত গৰুৰ গাত ৰং-চং ঘঁহি, ফুল-জালি পিন্ধাই, বিশেষ ধৰণে খাবলৈ দিয়া হয়। ইয়াৰ লগত আমাৰ গৰুৰ বিহুৰ মূল কথাখিনি মিলে। ভাল খেতিৰ কাৰণে গোটেই বছৰ নীৰোগে থকা গৰুৰ আৱশ্যক; সেই দেখি গৰুৰ মঙ্গল-চিন্তাই গৰু-বিহুত বিশেষভাৱে দেখা দিয়ে। গৰু-বিহুক গো-পূজা বুলি ঠিক ক'ব পৰা নগ'লেও তাত গৰুৰ আদৰ বহলভাৱে কৰা হয়। পুৱাতেই ঘৰৰ ল'ৰা-বুঢ়া উঠি গা-পা ধুই জাতিলাও, বেঙেনা, কেৰেলা, হালধি, থেকেৰা পাতলকৈ কুটি লৈ 'গৰুৰ চাট' সাজে দুই-তিনি-চাৰি-পাঁচ ডলীয়া শলিৰে। মাহ-হালধি বাটি লৈ মাহেৰে গৰুৰ কপালত ফোঁট দিয়ে আৰু গাত মাহ-হালধি ঘঁহি দিয়ে।



ঘৰৰ ম'হ আৰু ছাগলীয়েও গৰুৰ লগতে এনে আদৰ লাভ কৰে। এখন গাঁও বা চুবুৰীৰ মানুহে মাহ-হালধি সনা গৰুবোৰ একেলগ কৰি ওচৰৰ নৈ বা বিলত গা ধুৱাবলৈ নিয়ে। বাটত দীঘলতি আৰু মাখিয়তিৰ ডালেৰে গৰুবোৰক কোবোৱা হয়—যেন বছৰেকলৈ সিহঁতে মহ-ডাঁহৰ হাত সাৰি থাকিব পাৰে। সিহঁতক নৈ পুখুৰীৰ পানীত মেলি দি গা-পা ঘঁহি ধুৱাই দিয়া হয়, আৰু সিহঁত পাৰলৈ উঠি আহিলে পুৰণি পঘা ঠেং তলে সৰকাই দলিয়াই নেওচা দিয়া হয়, গৰুবোৰৰ সকলো বিপদ-আপদো যেন তাৰ লগতেই নেওচা যায়, এই ভাবেৰে। পৃথিৱীৰ আন আন ঠাইতো এইদৰে নতুন বছৰৰ দিনত মানুহ আৰু গৰু-গাইৰ আপদ খেদা নিয়ম আছে। গৰুক গা ধুৱাই পথাৰত মেলি দিয়া হয়। কোনোৱে গৰুৰ চাটৰপৰা গৰুৰ গাত মৰা হালধি আদি নৈ-বিলৰ পাৰৰপৰা বুটলি আনি প্ৰথম বহাগৰ দিনা মানুহৰ গাত ঘঁহিবলৈ থৈ দিয়ে। গৰু পথাৰত এৰি দিয়াৰ পিছত ডেকা-বুঢ়া ঘৰলৈ ঘূৰি নতুন গামোচাৰে গা মচি নতুন কাপোৰ-কানি পিন্ধে, সৰুৱে বৰক ওলগ জনাই চিৰা-পিঠা আদিৰ জলপান খায়। বুঢ়াসকলে গা ধুই উঠি গোসাঁই-ঘৰত নাম লওঁতে গৰুক দিব লগীয়া পঘাত ৰঙা এঁৱা সূতা আৰু তুলসী-পাত লগাই থাপনাৰ আগত থয়। কোনোৱে গোটেই নতুন বছৰলৈ ধুমুহা আদি নোহোৱাৰ কামনাৰে মহাদেৱৰ নামত নাহৰ পাতত শ্লোক লিখি ঘৰৰ

চালৰ পানী-পাছত খুচি থয়। ডেকাহঁতে ঘৰে ঘৰে জুম পাতি হাঁহ-কণী যুঁজায় বা পাশা-পাশতি খেলি ৰং কৰে। গধূলি হ'লেই তেওঁলোকে ঘৰে ঘৰে হুচৰি গাই গৃহস্থক আশীৰ্ব্বাদ দিয়ে—কাৰণ,

গৰু-বিহু দিনাখন লʼবাঁ আশীৰ্ব্বাদ
তেহে পাবা বৈকুণ্ঠত থান।

আনফালে গধূলি হ'লেই গৰু-গাই ঘৰ চাপে। গতিকে পচুলিৰ মুখৰপৰা গোহালিলৈকে ঠায়ে ঠায়ে ধানখেৰ, পতান, মৰলীয়া শাক, দীঘলতি, মাখিয়তি পাতৰ যাগ দি ধোঁৱাময় কৰি থোৱা হয়; মহ-ডাঁহৰ বতৰৰ এয়া আৰম্ভ। বাৰিষাৰ কেইমাহ যাতে মহ-ডাঁহে গৰুক বেছি কষ্ট দিব নোৱাৰে, তাৰ কামনাও এই প্ৰথম যাগত সোমাই আছে; আৰু দ্বিতীয়তে, বাৰিষাৰ কেইমাহলৈ যাগৰ এই আৰম্ভ। গৰুক ন পঘাৰে বান্ধি লাওপিঠা খুওৱা হয় গোটেই বছৰলৈ গাত বল বাঢ়িবলৈ। চ'তৰ বিহুৰ এই দিনটোত গৰুৰে হাল বোৱা বা গাড়ী টনোৱা বা সিহঁতক সাধাৰণ এচাৰিৰে কোবোৱাটো নিষিদ্ধ। প্ৰথম বহাগৰ পুৱা যাগৰ ছাইত তেল দি তেলী-ছাই কৰি বিশেষকৈ বলধৰ গলধনৰ চুকত সানি দিয়া হয়—যুৱঁলিৰ হেঁচাত যাতে বতৰত তাত ঘা নালাগে, এই ভাবেৰে। মুঠতে, খেতিৰ প্ৰধান সম্বলৰূপে বিহুৰ দিনা গৰুক বিশেষ আদৰ কৰা হয়।

পহিলা বহাগৰ দিনটোক মানুহৰ বিহু বোলা হয়। সেই



দিনা মানুহে মাহ-হালধিৰে গা ধোৱে। ভাতৰ সলনি দিনত চিৰা-পিঠা খায় আৰু ডেকাহঁতে আগদিনাৰ দৰেই হুচৰি গায়, গধূলি হ'লে মিহলি বন-খাৰধিৰে ভাত খোৱা হয়, আৰু অলপ ভাত পানী দি পিছদিনালৈ থৈ দিয়ে। পিছদিনা সেই পঁইতা ভাত খাই প্ৰথম বাৰৰ কাৰণে বিচনীৰ বিচ লোৱা হয়—যেন সেই পঁইতা ভাত আৰু বিচনীৰ জুৰ গোটেই বছৰ আপোনা-আপুনি পাই থকা হয়। মুঠতে নতুন বছৰৰ সমৃদ্ধি আৰু শক্তি-কামনাই বিহুৰ বিভিন্ন অনুষ্ঠানৰ মূল।

হুচৰি সাধাৰণতে সাদিনলৈকেও চলি থাকে। হুচৰিৰ বাহিৰেও গাঁৱৰ ডেকা-গাভৰুৱে গাঁৱৰপৰা অলপ আঁতৰত পথাৰত বা গছৰ তলত বনৰীয়া প্ৰেমৰ গীত গাই নাচে। এই নাচ-গীতৰ দল অকল ডেকাৰ, অকল গাভৰু বা ডেকা গাভৰুৰ মিহলিকৈও হয়। ডেকাই গাভৰু বা গাভৰুৱে ডেকাৰ ধেমালি চাবলৈও যাব পাৰে। একালত ৰাতি এনে ধৰণৰ বিহুৰ ধেমালি হৈছিল; আজি-কালি তাক দিনতো দেখিবলৈ নোহোৱা হৈছে। কোনো কোনোৱে ভাবে যে, কোনো জাতিৰ মাজত যেনেকৈ যৌন বিষয়ক গীত গাই নাচি পৃথিৱীৰ উৰ্ব্বৰতা বঢ়াবলৈ যত্ন কৰা হয়, এই বনৰীয়া গীত গাই নচাটোও তেনে ধৰণৰে এটি উৰ্ব্বৰতা বঢ়াবলৈ কৰা উৎসৱ।

# মাঘৰ বিহু ভোগালী

॥ ১ ॥

চ'তৰ বিহু ৰঙালী ; কাতিৰ বিহু কঙালী ; আৰু, মাঘৰ বিহু ভোগালী। ঋতু পৰিৱৰ্ত্তনৰ তিনিটি বিভিন্ন অৱস্থাত অৱস্থাত প্ৰাকৃতিক পাৰিপাৰ্শ্বিকতাৰে খাপ খুৱাই অসমীয়াই এই তিনিটি উছৱ বছৰি পাতি আহিছে। বসন্তৰ সমাগমত প্ৰকৃতি ফল-ফুলেৰে লাৱণ্যময়ী, আনন্দময়ী হৈ পৰে ; নতুন বৰষুণৰ টোপাল পৰি ধৰণী সজীৱ আৰু সেউজীয়া হয় আৰু জীৱন-ধাৰণৰ ঘাই আলম কৃষিৰ সময়ৰ আৰম্ভণ সূচনা কৰে। এই আনন্দ আৰু আশাৰ মাজতে হাঁহি-ধেমালি, গীত-নাচেৰে ভৰা ৰঙালী বিহুৰ মেলা। কেইবামাহৰো কৃষি-কাৰ্য্যৰ পিছত ধানৰ পথাৰ লহপহীয়া ধানেৰে সেউজীয়া হৈ পৰে, বছৰেকলৈ খাব লগীয়া অন্নৰ আশা পূৰঠ হৈ উঠে। কিন্তু এই সময়ত খেতিয়কৰ ভঁৰাল উদং। গতিকে শলিতা জলাই নতুন লখিমীৰ আৱাহন জনালেও আনন্দ-উছৱ বা ভোজ-ভাতৰ আয়োজন নোহোৱাকৈ কাতি বিহু পতা হয়। সেই বাবে কাতি বিহু হ'ল কঙালী। ইয়াৰ তিনি মাহৰ ভিতৰতে ভঁৰাল ধানেৰে ভৰি পৰে। ভঁৰাল ধানেৰে ভৰাই খেতিয়কে এদিন-এৰাতি সমূহীয়াকৈ দেখা-শুনাকৈ খোৱাৰ আয়োজন কৰে আৰু পুহ মাহৰ শেহ দিনা শেঙেতা লগোৱা জাৰক বিদায় দি মেজি পোৰে। এইভাৱে দেখা যায়,



তিনিওটি বিহুৰেই অসমীয়া খেতিয়কৰ কৃষি-জীৱনৰ লগত নিবিড়ভাৱে সংশ্লিষ্ট হৈ আছে। মহাবিষুৱ হ'ল চ'তৰ বিহু বা ব'হাগৰ বিহু। জলবিষুৱ সংক্ৰান্তি হ'ল কাতি বিহু। মাঘ বিহু হ'ল উত্তৰায়ণ সংক্ৰান্তি। আগতে কৈ আহিছো, 'ৱিষুৱৎ' এই সংস্কৃত শব্দৰপৰা 'বিহু' শব্দ ওলাইছে। 'বিহু সঁকৰাতি' বুলিও এটা কথা আছে ; ই 'ৱিষুৱ-সংক্ৰান্তি'ৰ প্ৰতিধ্বনি যেনেই লাগে। 'মেজি' শব্দটোও সংস্কৃতৰ 'মেধ্য' শব্দৰপৰা উদ্ভূত। এইদৰে বিহুবোৰ স্পষ্টকৈ কৃষি-সংশ্লিষ্ট উৎসৱ হ'লেও আৰ্য্য সংস্কৃতিৰ লগতো সিবোৰৰ সম্পৰ্ক দেখা যায়। মাঘৰ বিহুৰ মেজিক নানান দেশৰ অগ্নি-উৎসৱ সমূহৰ লগত তুলনা কৰা হৈছে। আনফালে আকৌ ৰঙালী বিহুৰ নৃত্য-গীতক নানান জাতিৰ মাজত প্ৰচলিত কৃষিৰ আধাৰ পৃথিৱী-মাতৃৰ উৰ্ব্বৰতা বঢ়াবৰ সঙ্কল্পে কৰা নৃত্য-গীতৰ শাৰীত থ'বলৈ প্ৰয়াস কৰা দেখা যায়। মাঘৰ বিহুৰ এটি প্ৰধান অঙ্গ ম'হ-যুঁজ ; এই ম'হ-যুঁজ দ্ৰাবিড়ী জাতিৰো কোনো কোনো ধৰ্ম্ম-সম্পৰ্কীয় উৎসৱৰ লগৰীয়া। গতিকে, আমাৰ জাতীয় উৎসৱ বিহুকেইটাৰ ভিতৰতে নানা স্তৰৰ সংস্কৃতিৰ আঁহ আহি সোমাইছে বুলি অনুমান কৰিব পাৰি। জাতি-ধৰ্ম্ম-নিৰ্ব্বিশেষে সকলোৱে বিহু-উছৱৰ ভাগ লোৱাটোও এটি মন কৰিব লগীয়া কথা। দেখাত বিহু হিন্দুসকলৰহে উছৱ হ'লেও, ইয়াৰ ৰং ৰহইচ্ আৰু ভোগ-আনন্দত অসমৰ মুছলমানসকলেও যোগ দি আহিছে।

এই বিষয়ত এটি কথা আমাৰ মনলৈ আহে, দোমাহীৰ সময়ত যেতিয়া হাজোৰ মাধৱ আদি মন্দিৰত হিন্দুসকলৰ সমাগম হয়, সেই সময়তে সমান্তৰালভাৱে হাজোৰ পোৱামক্কাত মুছলমানসকল ভৰি পৰেহি। এইদৰে বিহু-দোমাহী অসমৰ ভিতৰৰ সকলোৱে সমন্বয়ৰ প্ৰতীক-স্বৰূপ হৈ থিয় দিয়ে।

পুহ মাহ সোমোৱাৰ লগে লগেই গাঁৱত সকলোৰে গাত যেন বিহুৰ শবদ বাজি উঠে। বিহুৰ আগে আগেই পথাৰৰ ধান চপাই শেষ কৰিব লাগিব—যাতে বিহুৰ পিছত মিতিৰ-কুটুমৰ ঘৰত ফুৰিবলৈ যাবলৈ সকলোৰে হাতৰ-মনৰ আজৰি হয় আৰু বহল পথাৰখনো ম'হৰ ঢাপলিৰ বাবে মুকলি হৈ পৰে। গাঁৱৰ ডেকাহঁতৰ এটি চিন্তা—ঘাঁহনি-দলনি চাই মতা ম'হ চৰাই যুঁজৰ বাবে গলধন ধৰোৱা। কাৰণ যুঁজত জিকা ম'হ গিৰিহঁতৰ গৌৰৱৰ সম্পদ। ডেকাহঁতৰ আন এটি চিন্তা—কাঠ-বাঁহ গোটাই গগন-ধনীয়া কৰি বিহুৰ মেজি সাজিব লাগিব নৈৰ বা পুখুৰীৰ পাৰত। এই উদ্দেশ্যে ডেকাহঁতে পুৱাতে গোট খাই ঘৰে ঘৰে ঘূৰি একোজোপাকৈ গছ বৰঙণি তোলে, বা গাঁৱত বাৰীয়ে বাৰীয়ে গছ-গছনি নহ'লে হাবিৰপৰা গছ কাটি আনেগৈ। গছ অনাৰ লগে লগেই তাক টুকুৰা কৰি ফালি ঠাক পাতি পাতি থোৱা হয়। এইদৰে ঠাক পতা শাৰীয়ে শাৰীয়ে খৰিয়ে নৈৰ পাৰ ধুনীয়া কৰি তোলে। ঘৰে ঘৰে গাভৰু জীয়ৰী-বোৱাৰীৰ উলহ-মালহ লাগে বিহুৰ চিৰা-পিঠা সাজু কৰিবৰ বাবে। বিহু চাপি



অহাৰ লগে লগে ঘৰৰে ভিতৰত জীয়াৰী-বোৱাৰীৰ আৰু নৈ-পুখুৰীৰ পাৰত ডেকাহঁতৰ খদমদম্ বাঢ়ি যায়। শুকোৱা আধাশুকোৱা খৰি আৰু কেঁচা-শুকান বাঁহ ফালি বৰ ওখ ভীমকলৰ গছ তিনি বা চাৰিজোপা পুতি লৈ মেজি সাজে, তাৰ মাজে মাজে গোটা কেঁচা বাঁহ দিয়া হয় হিলৈ ফুটিবলৈ। কোনো কোনোৱে খেৰ, নৰা, কল-ঠকুৱা আদি দীঘল বাঁহ এডালত বান্ধি মেজিৰ ওচৰতে কেইটামান জুমুধি সাজে। কোনোৱে আকৌ পথাৰত শাৰী শাৰীকৈ দ'লৰ আকৃতিৰে খেৰৰ এনে জুমুধি কৰে। এনে দ'লৰ ওপৰত বগা কল-পতুৱা আৰু ৰঙা ফুল বান্ধি তাক শুৱনী কৰি তোলা হয়। মেজিৰ ওচৰতে খেৰ-নৰাৰে এখন ৰভা তৰা হয় গাঁৱৰ ডেকাহঁত মিলি ভোজ-ভাত খাবলৈ, ইয়াকে ভেলা-ঘৰ বা হাবলি-ঘৰ বোলা হয়। পুহৰ শেহৰ দিনা ৰাতি ডেকাহঁত ইয়াত গোট খাই ভোজ-ভাত খাই ৰং-ৰহইচ্ কৰে আৰু গোটেই নিশা উজাগৰে থাকে। এই উজাগৰে থকাৰ মাজতে তেওঁলোকে গঞাৰ ঘৰৰপৰা খৰি চুৰ কৰি আনি চুৰ কৰাৰ তাৎপৰ্য্য কি, ধৰিব পৰা টান। কিন্তু ভাৰতৰ আন ঠাইতো আন উপলক্ষ্যত এনে চুৰ কৰা প্ৰথা আছে। অসমত আৰু এটি ৰীতি প্ৰচলিত আছে, ঘৰৰ গিৰিহঁতে পুহৰ এই শেষ দিনা গধূলি হ'লেই ভঁৰাল ঘৰৰ খুটা, আন ডাঙৰ ঘৰৰ খুটা, বাৰীৰ ডাঙৰ গছ আদি খেৰৰ জৰী বাটি লৈ বান্ধে আৰু কেয়োফালে দলি মাৰি মাৰি ঘৰ আৰু গছবোৰক

কৈ দিয়ে,—"বিহুলৈ নাযাবি ঐ, বিহুলৈ নাযাবি ঐ।" এই ৰীতিৰো মূল কি, বুজিব পৰা নাযায়।

ৰাতি পুৱাই অহাৰ লগে লগে নৈৰ পাৰ, ঘৰ-দুৱাৰ সকলো কুঁৱলীয়ে ঢাকি ধৰে। এই কুঁৱলী ফালি যেতিয়া পূবে আকাশ পোহৰী-পোহৰী হয়, তেতিয়া গাঁৱৰ মুখিয়াল ডেকা বা বয়সিয়াল লোকে নৈৰ পানীত জোবোবা মাৰি গা ধুই তামোল-পাণ এটি দি মেজিক সেৱা কৰে আৰু জালি-গাঁতত জুই দিয়ে। মেজি জলি উঠে আৰু হিলৈৰ শব্দত নৈৰ পাৰত খলকনি লাগি পৰে। লগে লগে ডেকাহঁতৰ হৈ-ধ্বনি। এনে সময়তে গাঁৱৰ বুঢ়া আৰু ল'ৰাহঁতে সাৰ পাই গা-পা ধুই মেজিৰ কাষ পায়হি। মাহ-প্ৰসাদ আদি ধুই শৰাই সজাই গঞা বুঢ়াসকলে নাম-প্ৰসঙ্গ আৰম্ভ কৰে মেজিৰ জুইৰ আগত। সাধাৰণতে মহাপুৰুষ শঙ্কৰদেৱৰ "কীৰ্ত্তন-ঘোষা" পুথিৰ "কংস-বধ" খণ্ডৰপৰা করুণ সুৰত গোপী-বিৰহৰ গীত জোৰা হয়—"প্ৰাণ-হৰি গৈলা এৰি।" নাম-প্ৰসঙ্গৰ পিছত প্ৰসঙ্গৰ প্ৰসাদৰ এটি ভাগ মেজিৰ জুইত দি প্ৰণাম কৰা হয়। মেজিৰ জুইৰ কাষত গাঁৱৰ বাহুবলী ডেকাহঁতৰ মাল-যুঁজ হয়। ইও এটি বিহুৰ মন কৰিব লগীয়া অঙ্গ।

ডেকা-বুঢ়া-ল'ৰা মেজি ফুৱাই ঘৰলৈ ঘূৰি যোৱাৰ আগতে ঘৰৰ জীয়ৰী-বোৱাৰীহঁতে ঘৰ-দুৱাৰ মচি-সাৰি হাঁহি থকা যেন কৰে আৰু আগদিনা ৰাতি উজাগৰে থাকি পোৰা পিঠা-পনা, খুন্দা সান্দহ-চিৰা আদিৰ জলপান সকলোকে ঘূৰি অহাৰ লগে লগেই সজাই দিয়ে। এইদৰেই ভোগালী বিহু যেন ভোগ-ভোজন আৰু বল-প্ৰদৰ্শনৰ উছৱ। মাঘৰ বিহুৰ এই ভোগ-আনন্দ বিহুৰ দিনা আৰম্ভ হয় মাত্ৰ। নিজৰ আত্মীয়স্বজন, বন্ধু-বান্ধৱী সকলোকে নিমন্ত্ৰণ কৰি খুউৱা আৰু সিসকলৰ ঘৰত নিমন্ত্ৰিত বা অনিমন্ত্ৰিতভাৱে ভোজ-ভাত বা জা-জলপান খোৱা আগৰ দিনত হ'লে গোটেই মাঘ মাহটোৱেই চলি থাকে।



বিহুৰ দিনা জা-জলপান খোৱাৰ পিছতে গাঁৱৰ ডেকাহঁত লৰ মাৰে গাঁৱৰ মূৰৰ মুকলি পথাৰলৈ। যাৰ গলধন ধৰা ম'হ আছে, যুঁজাবৰ কাৰণে লৈ যায়। এই ম'হ-যুঁজত বলিষ্ঠ মনে আনন্দ লাভ কৰে। তাৰ ভিতৰত বিপদৰ আশঙ্কাও কেতিয়াবা থাকে—যুঁজত জিকা ম'হে হৰাটোহঁতক খুচি কেতিয়াবা তুমৰলি কৰি পেলায়; কেতিয়াবা হাৰি যোৱা ম'হ জুম মানুহৰ মাজত সোমাই হাহাকাৰৰ সৃষ্টি কৰে। সি যি হওক, ম'হ-যুঁজ, হাতী-যুঁজ বাহুবলী, স্বাস্থ্যৱন্ত লোকৰ সমাজৰ এটি অনুষ্ঠান। সেইদৰে সমস্ত মাঘ বিহুৰ অনুষ্ঠান-টোৱেই শাৰীৰিক আনন্দৰ উৎসৱ। কৃষি-জীৱী সমাজৰ বছৰেকীয়া দুখ-কষ্টৰ ফল স্বৰূপ ধানমুঠি ভঁৰালত ভৰাই সেই সমাজে সমূহীয়াকৈ এবাৰ আনন্দ কৰি লয়; মেজিৰ জুইৰে জাৰক বিদায় দি বসন্তৰ নৱ সমাগমক স্বাগত জনায়। সাধাৰণ লোকৰ মাজত এটি কথা প্ৰচলিত আছে—"মাঘৰ বিহু খাবা, আমৰ মল চাবাঁ।" মাঘৰ বিহুতেই আমৰ মলৰ প্ৰথম আত্ম-প্ৰকাশ—বসন্তৰ মধুৰ জাননী।

॥ ২ ॥

খেতিৰ কুশল কামনা কৰি বা খেতিৰ উৰ্ভৈনদী অৱস্থা দেখি আনন্দ প্ৰকাশ কৰি উৎসৱ কৰাটো কৃষকসকলৰ স্বাভাৱিক বৃত্তিৰ অনুশীলন মাত্ৰ বুলি ক'ব পাৰি। খেতিৰ লগত সম্পৰ্ক থকা পানী অৰ্থাৎ বৃষ্টি আদি আৰু সূৰ্য্যক কেন্দ্ৰ কৰিও নানা উৎসৱে জন্ম লৈ উঠিছে। জগতৰ বিভিন্ন জাতিৰ মাজত থকা অগ্নি-উৎসৱবোৰেও সেই কথাকেই সোঁৱৰাই দিয়ে। এনে অগ্নি-উৎসৱ খ্ৰীষ্ট-জন্মৰো বহুতো কাল আগৰেপৰা য়ুৰোপৰ বিভিন্ন দেশত উদ্‌যাপিত হৈ আহিছে। এই উৎসৱবোৰ সাধাৰণতে মহাবিষুৱ সংক্ৰান্তি, জলবিষুৱ সংক্ৰান্তি বা উত্তৰায়ণ সংক্ৰান্তি আদিত বা তাৰ আশেপাশে কোনো সময়ত পালন কৰাও অৰ্থব্যঞ্জক কথা। অগ্নি-উৎসৱৰ উৎপত্তি সম্পৰ্কে নানা পণ্ডিতে নানা মত প্ৰকাশ কৰিছে। জেম্‌ছ ফ্ৰেজাৰে তেওঁৰ "গ'ল্ডেন বাউ" বোলা পুথিত অগ্নি-উৎসৱৰ সূৰ্য্যৰপৰা হোৱা বা প্ৰায়শ্চিত্ত-মূলক উৎপত্তিৰ মতবাদৰ বিষয়ে আলোচনা কৰিছে। ইউৰোপৰ অগ্নি-উৎসৱবোৰ সাধাৰণ লক্ষণবোৰ তেওঁ এই প্ৰসঙ্গতে সকলো দেখুৱাইছে। এই উৎসৱত জুই একুৰা জলাই লৈ তাৰ ওপৰেদি জপিওৱা, তাৰ মাজেদি বা চাৰিও-কাষে গৰু-গাই অনা-নিয়া কৰা সৰ্ব্বত্ৰ দেখা যায়। খেতিৰ পথাৰ, বাথান বা ঘৰৰ বাৰীত জোৰ একুৰা বা অধিক লৈ ফুৰোৱা ৰীতিও প্ৰায় সৰ্ব্বত্ৰ চলিছিল বা চলে। কাঁহীৰ বা



ৰেকাবিৰ দৰে ঘূৰণীয়া বস্তু জুই লগাই ওপৰলৈ দলিওৱা বা পৰ্ব্বতৰপৰা খহাই পেলোৱা আন এটি লক্ষণ। এনেকুৱা জুইৰ লগত খেলা ধেমালিৰপৰা খেতি-বাতিৰ, গৰু-মহৰ আৰু পৰিয়ালবৰ্গৰ শৰীৰৰ মঙ্গল সাধন কৰা হয় বুলি সৰ্ব্ব-সাধাৰণৰ বিশ্বাস দেখা যায়। কোনো কোনোৱে ভাবে, জুইৰ যোগেদি ইদৰে সূৰ্য্যক বা পোহৰক পূজা কৰা হয় বা আহ্বান জনোৱা হয়; আনসকলৰ বিশ্বাস জুইৰ স্পৰ্শত মানুহৰ সকলো অপচয়-অমঙ্গল আঁতৰি যাব বুলি। সূৰ্য্যৰ লগত সম্পৰ্ক থকা কথাটো বিবিধ সংক্ৰান্তিবোৰৰ লগত উৎসৱবোৰৰ সময়ৰ মিলে প্ৰদৰ্শন্ কৰে বুলি অনুমান কৰিব পাৰি।

য়ুৰোপৰ অগ্নি-উৎসৱবোৰ আৰু কেইটামান লক্ষণ এই-খিনিতে আমি বিচাৰ কৰিব পাৰোঁ। বেলজিয়াম, উত্তৰ-ফ্ৰাঞ্চ, জাৰ্ম্মানীৰ বহুত ঠাইত বসন্ত কালৰ এনে উৎসৱৰ এসপ্তাহ বা পষেক কাল আগৰেপৰা ল'ৰা-ছোৱালীহঁতে ইখন খেতৰপৰা সিখনলৈ গৈ কাঠ-বাঁহ আদি গোটায়। উৎসৱলৈ এইদৰে খৰি খুজিলে নিদিয়াটো সমাজৰ দণ্ডৰ ভিতৰৰ কথা বুলিয়ে ধৰা হয়। উৎসৱত চাৰিওকাষে ডেকা-গাভৰু, লৰা-ছোৱালীয়ে নচাৰপৰা ভাল শইচ উৎপন্ন হয় আৰু পেটৰ বিষ আদি ৰোগ দূৰীভূত হয় বুলি বিশ্বাস। গাঁৱৰ ভিতৰত উছৱৰ আগে আগে বিয়া কৰোৱা পুৰুষ বা তিৰোতাইহে কাঠ-বাঁহৰ দ'মটোত জুই লগোৱা বিধি

য়ুৰোপৰ অনেক ঠাইত আছে। কোনো কোনো ঠাইত কাঠৰ দ'ম নকৰি দীঘল খুটা এটাৰ মূৰত খেৰৰ জুমুঁধি এটা বান্ধি জুই লগোৱাৰ প্ৰথাও আছে। ডেৰ শ বছৰমানৰ আগতে উদ্‌যাপিত হোৱা বেভেৰিয়া দেশৰ ইষ্টাৰ পৰ্ব্বৰ সময়ৰ অগ্নি-উৎসৱত কোনো ছোৱালী বা তিৰোতাক ভাগ ল'বলৈ দিয়া নহৈছিল।

উত্তৰ ভাৰতৰ হোলি উৎসৱৰ দুই এটা কথাৰ লগতো অসমৰ মাঘ বিহু উৎসৱৰ মিল দেখা যায়। এই উৎসৱত ডাঙৰকৈ একুৰা জুই ধৰা সেই জুইৰ ওপৰত জপিওৱা, তাৰ বাবে খৰি গোটোৱা প্ৰথা লক্ষ্য কৰিব পৰা যায়।

# কাতি বিহু কঙালী

নিদাঘ আৰু বৰ্ষাৰ নিঠুৰ স্পৰ্শ কুমলি যোৱাৰ লগে লগে শিশিৰ আৰু শেৱালি সৰোৱা শৰতৰ আগমনৰ সময়খিনি অতি মনোৰম।

গগন নিৰ্ম্মল স্বচ্ছ ভৈল জল
দূৰ গৈল মেঘগণ।
মহাসুখকৰ সুৰভি-শীতল
বহে বায়ু সৰ্ব্বক্ষণ॥

এই মহাসুখকৰ শৰত অহাৰ লগে লগেই উৎসৱৰ ঋতুও আহিল। পথাৰৰ ফুলৰি ধান, গেৰেলী ধানৰ গধুৰ আগত শৰতৰ বতাহ লাগি কঁপনি জাগে। সেই কঁপনিয়েই খেতিয়ক-সকলৰ অন্তৰতো আনন্দৰ স্পন্দন জগাই তোলে। এই আনন্দৰপৰাই জগতৰ সকলো কৃষিজীৱী সভ্যতাৰ বুকত কৃষি-উছৱৰ জন্ম হয়। আদিম মানৱে সেই উছৱেৰেই শস্য-ক্ষেত্ৰৰ মঙ্গল কামনা কৰিছিল। অধিক কি, সেই উছৱৰ অনুষ্ঠানৰ মাজত মন্ত্ৰ আৰু যাদুৰ স্থানো তেনেই কম নাছিল। মন্ত্ৰ লগা বন-বাত, গাহৰি, কুকুৰ, সাপ আদি জীৱৰ দেহৰ অংশ খেতৰ আশে-পাশে ছটিয়াই দিয়া বা মাটিৰ তলত পুতি থোৱা উৰ্ব্বৰা-শক্তি বৃদ্ধি কৰে বুলি আজিও অনেক উপজাতিয়ে বিশ্বাস কৰে। মেক্সিকো,

আফ্রিকা আৰু আন কি আমাৰ দেশৰো কোনো ঠাইত শস্যৰ মঙ্গলৰ হকে নৰ-বলি দিয়া প্ৰথা আছিল। নিউ কেলিড-নিয়াত মিঠা আলুৰ শ্ৰীবৃদ্ধিৰ কাৰণে পথাৰত এবুকুৱা দ গাঁত কৰি গাভৰু ছোৱালী একোজনী পুতি দিয়াৰ নিয়মো আছিল। দেৱতাৰ মূৰ্ত্তি আগত কৰি সমদলে পথাৰত ভ্ৰমণ কৰে পৃথিৱীৰ উৰ্ব্বৰা শক্তি বঢ়াবলৈ।

আমাৰ বিহু-উছৱ আমাৰ কৃষি-জীৱী সংস্কৃতিৰ পৰিচয়। কঙালী বিহুৰে পৃথিৱীৰ প্ৰজনন-শক্তি প্ৰস্ফুটিত হোৱা দেখি আনন্দ প্ৰকাশ কৰে। মাঘৰ বিহুৰ সেই শক্তি আৰু সেই আনন্দৰ পৰিণতি। Briffault-এ ক'বৰ দৰে, Agricultural civilizations observe seasonal feasts, the chief of which usually take place at the time of summer and winter solstices. আমাৰ মাঘৰ বিহু খেতি তোলাৰ ভৰপকৰ সময়ৰ এনে ভোজন-উছৱ। কিন্তু খেতিৰ আৰম্ভৰপৰাই খেতিয়কৰ বিবিধ উছৱ আৰম্ভ হয়। দ পথাৰত বিশেষভাৱে প্ৰথম গোছ লোৱা ৰীতিয়ে কোনো বিদেশী উপজাতিৰ মাজৰ তেনে প্ৰথালৈ আঙুলিয়ায়। সেইসকলে একোটা পাচি বা আন পাত্ৰত বিশেষ ধৰণে নামমাত্ৰ শস্য উৎপাদন কৰে। garden of Adonis, garden of Osiris এনে ধৰণৰ প্ৰথাৰ অন্তৰ্গত। আহিনৰ ফুলৰি, গেৰেলী ধান দেখি খেতিয়কৰ মনত আশা-উদ্দীপনা হয়। সেই আন্তৰিক আশা-আনন্দৰ প্ৰকাশ দেখা পোৱা যায় আমাৰ



কাতি-বিহুত। কিন্তু এই সময়ত সকলো সম্ভাৱনাৰে অন্তঃসত্বা হৈ শস্য থাকে পথাৰত, ভঁৰালত নহয়। সেই বাবে কাতি বিহুক বোলা হয় কঙালী। বিবিধ জাতিৰ কৃষি-উছৱত যেনেকৈ ভোজ-ভাতৰ ব্যৱস্থা আছে, আনফালে সেইদৰে লঘোন দিয়া বা কমকৈ খোৱাৰো নিয়ম ক'তোবা আছে। আশা আৰু আশঙ্কাৰ মাজত কঙালী বিহু পতা হয়। আশা—দুদিনৰ পিছত সেউজীয়া ধানে সোণালী বৰণ ধৰিব; আশঙ্কা—শস্য-লখিমী আহি ভঁৰাল সোমোৱাৰ আগতেই কত কি আথানি হ'ব পাৰে! খেতিয়কে দুপৰতে শস্যৰ ক্ষেত্ৰত ঘূৰি চাই অহা প্ৰথা অতি পুৰণি কালৰপৰাই আছে। সন্ধিয়া হ'লে তুলসীৰ তলত, ভঁৰালৰ আগত আৰু পথাৰৰ ওচৰতো তেল-শলিতা জলোৱা হয়। শস্য-বৃদ্ধিকাৰী পুৰণি যাদু-ৰীতিৰ ভিতৰত পথাৰত চাকি জলোৱা বা জোৰ এতাৰ ফুৰোৱা প্ৰথাও অনেক জাতিৰ মাজতেই আছে। আহিনৰ সংক্ৰান্তিৰ পৰা গোটেই কাতি মাহৰ প্ৰত্যেক সন্ধিয়া আকাশ-বন্তি জলোৱা ৰীতি এই প্ৰসঙ্গত মন কৰিব লগীয়া। সংক্ৰান্তিৰ দিনা তুলসীৰ তলৰ চাকিৰ আগত ল'ৰা-বুঢ়া বহি চাপৰি বজাই নাম গায়, মাহ-প্ৰসাদ গ্ৰহণ কৰে।

তুলসীৰ তলে মৃগ-পহু চৰে
হৰি হৰি হৰি এ
গোসাঁই শৰে-ধনু ধৰে॥

# ডাকৰ বচন বেদৰ বাণী

অসমৰ জাতীয় জীৱনত, বিশেষকৈ ব্যৱহাৰিক জীৱনত ডাকৰ বচনসমূহৰ প্ৰভাৱ বিশেষভাৱে লক্ষণীয়। ডাক পুৰুষৰ নামত চলিত বা জড়িত অসমীয়া প্ৰৱচনাৱলীৰ অনুৰূপ পদাৰ্থ পূব ভাৰতৰ সকলো ভাষাতে ( মিথিলা পৰ্য্যন্ত ) কম-বেছি পোৱা গৈছে আৰু অসমীয়া, বঙালী আৰু মৈথিল আদি সকলোৱে ডাক পুৰুষক নিজস্ব বুলি দাবী কৰিছে। ইয়াৰপৰা আন কি অনুমান কৰিব পাৰি-নোৱাৰি, পূব ভাৰতৰ এই দেশবোৰৰ ঐতিহ্যৰ ঐক্য, জন-জীৱন আৰু জন-প্ৰৱাদৰ সাধাৰণতা সহজভাৱে প্ৰতিপন্ন হয়। অসমীয়া প্ৰৱচনাৱলীৰ অন্তৰঙ্গ প্ৰমাণৰ ফালৰপৰা ডাকক চতুৰ্থ-ষষ্ঠ শতিকাৰ বৰ জ্যোতিষী বৰাহ-মিহিৰৰ সমসাময়িক বুলি ভবা হয়, আৰু বৰপেটা অঞ্চলৰ লেহি বা লেহিডঙৰা নামৰ ঠাইত ডাকৰ জন্ম বুলি অনুমান কৰা হয়। কিন্তু এনেবোৰ অনুমান জন-প্ৰৱাদমূলকহে হ'ব পাৰে, বুৰঞ্জীমূলক সত্য নিৰ্দ্ধাৰণ কৰাত সহায়ক হ'বনে, ভাবিবৰ বিষয়। বিশেষকৈ ডাকৰ বচনৰ ভিতৰতে এনে কথাও উল্লেখ আছে, এদিন এনিশা মাথোন বয়সৰ ডাকক ব্ৰহ্মপুত্ৰৰ পাৰত লগৰ লগৰীয়া গোট খাই পানীত পেলাই মাৰে।



হৰি হৰি কিনো দিব্য ঈশ্বৰৰ লীলা।
এদিন এনিশাক লাগি জনম ধৰিলা॥
আৰু দিন ছুপৰতে শাস্ত্ৰক কহিলা।

কোনোৱে তেওঁক বৰাহৰ বৰত লব্ধ কুমাৰীৰ সন্তান বুলি কয়, কোনো বচনত আকৌ আছে, "উত্তম ব্ৰাহ্মণ ঘৰে জনম লভিলা।" মুঠতে ডাক যদি বুৰঞ্জীসিদ্ধ পুৰুষো হয়, তেওঁৰ বিষয়ে প্ৰচলিত বিশ্বাস আৰু তেওঁৰ নামত চলিত প্ৰৱচনবোৰ লোক-মনৰ মাজৰপৰাহে জন্ম লোৱা যেন লাগে। ডাক নামটোৰ জুমুধিত কত শতিকাৰ সঞ্চিত জাতীয় জ্ঞানেৰে সমৃদ্ধ বচনৰ ৰং-ৰহণ, আ-অলঙ্কাৰ খুৱাই দিয়া হৈছে। এনে ক'লেও বোধ হয় অতিৰঞ্জন নহ'ব,—প্ৰৱচনাৱলীৰ বাছক-বনীয়া ভাগ ডাকৰ বচন ৰূপে খ্যাত হৈছে। "এদিন এনিশা"-লৈ জন্ম ধৰা এজনৰ গাত শতাব্দীৰ সঞ্চিত সম্পদ জাপি দিয়া হৈছে। জাতীয় মানসিকতা, জাতীয় ভাব-ধাৰা, জাতীয় আৱশ্যক-অনাৱশ্যক-বোধ, জাতীয় সুখ-দুখৰ ধাৰণা,—এই সকলোবোৰ ডাকৰ বচনৰ যোগেদি ধৰা পৰিছে। ভাষাৰ ফালৰ-পৰা ইবোৰৰ মনোগ্ৰাহিতা আৰু প্ৰকাশিকা-শক্তি চমকপ্ৰদ। সিবোৰে সৰ্ব্বসাধাৰণৰ জ্ঞানক সমৃদ্ধ কৰাৰ উপৰিও ভাষাকো এক সবলতা প্ৰদান কৰিছে। কোনো কোনোৱে ভাবে,—

তেবেসে ধৰ্ম্মক কৰিব জানি।
পুখুৰী খানিয়া ৰাখিব পানী।
বৃক্ষ-ৰোপণত অধিক ধৰ্ম্ম।
মঠ-মণ্ডপৰ গুৰুতৰ কৰ্ম্ম॥

এই কথাখিনিয়ে বৌদ্ধ প্ৰভাৱৰ ইঙ্গিত দিয়ে। কিন্তু এই ইঙ্গিত কেতিয়াও স্পষ্ট নহয়। ইয়াতোকৈ ভক্তি-ধৰ্ম্মৰ প্ৰভাৱৰ ইঙ্গিত বহুতো স্পষ্টতৰ; সাধাৰণ হিন্দু-ধৰ্ম্মৰ ভাবৰ সমাৱেশ প্ৰৱচনবোৰৰ সাধাৰণ পটভূমি। তাতোকৈও সাধাৰণ জ্ঞান বা মানৱীয় বৃত্তিৰ ফালৰপৰা যিখিনি ভাল বা বেয়া অনুভৱ কৰা গৈছে, তাকেই সাহসিকতাৰে জনতাৰ উপকাৰৰ অৰ্থে উপদেশ দিয়া হৈছে। বিশেষকৈ জনসাধাৰণৰ জীৱনৰ সকলো লাগতিয়াল কথাকেই ইয়াত সামৰা হৈছে।

ছেৰা-শালি বা প্ৰসূতি-গৃহত পোৱাঁতী বা সন্তানক কেনেভাৱে ৰাখিব লাগে, কেনেভাৱে পৰিচৰ্য্যা কৰিব লাগে আৰু কি কি লোকাচাৰ পালন কৰিব লাগে, সকলোখিনি ডাকৰ বচনত আছে।

দেহ অনিত্য। গতিকে ধৰ্ম্ম, পৰোপকাৰ আৰু নীতিপালনেই জীৱনৰ মূল সূত্ৰ হোৱা উচিত। সকলোৰে উপকাৰৰ কাৰণে ধৰ্ম্ম-মন্দিৰ সজা, পুখুৰী খনা, আলিৰ দাঁতিত গছ ৰোৱা, অন্ন দান কৰা, আদি কাৰ্য্য পুণ্যৰ পথ। তীৰ্থ-ভ্ৰমণ, স্নান আদিও বিধেয়। ডাকৰ বচনত গোচৰ সোধাত কি কৰণীয়, সাক্ষীয়ে কেনেভাৱে ব্যৱহাৰ কৰিব লাগে, ইত্যাদি কথাও মুকলিভাৱে আলোচনা কৰা হৈছে।

সাধাৰণ জীৱন-ৰীতি সম্পৰ্কে কিছুমান বুদ্ধিমান ইঙ্গিত বচনবোৰত আছে, আৰু তাৰ লগে লগে সিবোৰত সৰু সৰু কথাতো সূক্ষ্ম পৰ্য্যৱেক্ষণ-শক্তিৰ প্ৰয়োগ দেখা পোৱা যায়।



সংস্কৃতৰ "পৃষ্ঠেন সেৱয়েদৰ্কং জঠৰেণ হুতাশনম্" আদি কথাৰ অনুৰূপ "জুইক দৃষ্টি সূৰ্য্যক পিঠি" দিয়াৰ উপদেশৰ উপৰিও, কেঁচা মাহ আৰু গোট-কড়াই খোৱাৰ জুতিটোৰ ইঙ্গিত দিয়া হৈছে "মাহক খুটি, কড়াইক মুঠি।" মাহ-তলীৰ পৰা মাহ-গছ উঘালি আনি মাহৰ চিৰাবোৰ দাঁতেৰে খুটিয়াই খোৱাৰ সোৱাদ যি পাইছে, এই কথাআষাৰৰ ৰহস্য তেওঁহে বুজিব। এই কথাফাঁকিও অভিজ্ঞতাৰপৰা উদ্ভূত,—

তিৰোতাৰ গৰু ৰখা দেখিবলৈ কুৎসিত।
মুনিহৰ ভাত ৰন্ধা মৰণ উচিত॥
নিষ্ফল জীৱন নিতে লোৰে খৰি।
নিষ্ফল জীৱন ধকুৱা নিয়ে ধৰি॥

মানুহৰ আদৰ-সাদৰৰ মূল্য নিৰ্দ্ধাৰণ কৰা হৈছে এইদৰে,—

নিৰ্ধনীৰ ককা, বেঙেনাৰ পকা,
দৰিদ্ৰৰ সোদৰৰ ভাই।
ঐকাহি দিওঁতে গল ফাটি গ'ল
ভাই বোৱাৰীয়ে মুখ চাই॥

গোটেই বচনবোৰৰ ভিতৰতে তিৰোতাৰ প্ৰতি এটি ৰূক্ষ মনোভাৱ আৰু কঠোৰ শাসনৰ উদ্দেশ্য-বোধ প্ৰকট হৈ উঠিছে।

পাইকক পিয়ল। ভাটৌক শিকল॥
অস্ত্ৰত শিল। তিৰীত কিল॥

—এই কথাআষাৰে ৰজাদিনৰ পাইকক লেখ কৰি কামত

লগোৱা প্ৰথা ভাৰ্টোক শিকলি লগাই ৰখোৱা, শিলত ধৰাই দা-কটাৰী কামৰ উপযোগী কৰা আৰু কঠোৰ শাসনৰ তলত তিৰোতাক ৰখা সমপৰ্য্যায়ৰ কাৰ্য্য যেন কৰি দেখুৱা হৈছে। শৰীৰ ভাল ৰাখিবৰ উপায়বো নানা ইঙ্গিত বা "ফৰ্ম্মুলা" সন্নিৱিষ্ট আছে।—

আঁঠত তিতা দাঁতত লোণ।
উদৰৰ ভৰিবা তিনি কোণ।
চকুত পানী নাভিত তেল।
বোলন্ত ডাকে সিদ্ধৰ মেল॥

দেশৰ সৰ্ব্বসাধাৰণে যে গীতৰ মোল বুজিছিল, তাকো কেইটামান কথাৰপৰা ধৰিব পাৰি।—

তিৰীৰ মিঠা খাৰী।
ৰাগৰ মিঠা বৰাড়ী॥
* ৰাগ নজানি গায় গীত।
পৰৰ নাৰীত সদায়ে চিত॥
* অপুত্ৰক মন্ত্ৰী নহয় ভাল।
দন্ত খসিলে কিহৰ গীতাল।
* লেহিৰ তিৰীয়ে পঞ্চ ৰাগ বুজে।
ভদীয়াৰ দমৰাই বিনা শিঙে যুঁজে॥

ৰান্ধনী-শালৰ প্ৰতিও ডাকৰ বচনে দৃষ্টি নিক্ষেপ্ নকৰাকৈ এৰা নাই। অসমীয়াৰ খোৱাৰ ৰুচিৰ বিষয়ে প্ৰৱচনবোৰৰ-পৰা বহুত কথা বুজিব পাৰোঁহক—পুৰৈ শাক আৰু ৰৌ মাছ; মাগুৰ মাছ কাচি লৈ হালধি মৰিচ হিঙেৰে; ত্ৰিকুট দি



কাৰৈ মাছ; জামিৰৰ ৰসেৰে চেঙা চেঙেলী; ত্ৰিকুটেৰে ইলিহ, নেমু-লোণেৰে কচ, বচ, চিতল মাছ; পকা তেঁতেলীৰে বুঢ়া বৰালি, আদি নানাপ্ৰকাৰে খাব পাৰি; আৰু সেইবোৰে মিশ্ৰণ অনুসৰি হেনো শৰীৰৰ কফ, বাত, পিত্তক দমাই ৰাখে।

"গৃহিনী গৃহমুচ্যতে।" পটু ঘৈণী হ'বলৈ হ'লে ৰান্ধন-বাঢ়ন, আচাৰ-বিচাৰ, বিধি-ব্যৱহাৰ সকলোখিনি জানিব লাগে আৰু সেইমতে আচৰিবও লাগে। আগৰ কালৰ বিশ্বাস অনুসৰি ডাকৰ বচনে তিৰোতাৰ লক্ষণ নিৰূপণ কৰিছে। বোৱাৰী ছপাবৰ সময়ত গাঁৱৰ বুঢ়া-বুঢ়ীয়ে আজিও সেইবোৰ মানি চলে।

ডাকৰ বচনৰ ভিতৰত খেতি আৰু খেতিয়কৰ আৱশ্যকীয় কাম-কাজৰ কথাবোৰেই সৰহ ঠাই অধিকাৰ কৰিছে। গৰু, নাঙল, কোৰ, বতৰ, বৰষুণ আদি সকলোৰে কৃষি-সম্পৰ্কীয় বিষয়ৰ বিচাৰ প্ৰৱচনবোৰে কৰিছে, আৰু ৰচকৰ অভিজ্ঞতা অনুসৰি তাৰ ৰায়ো দিছে। গৰু কিনোতে আজিও খেতিয়কে মনত পেলায়—

গৰু কিন যদি চিত পাথৰ।
তাক মেলিবো একে আখৰ॥
টকা-নেজা ঠুঁটৰি-ছুটি।
সেইটো জানিবা গৰিয়া গুটি॥
গৰখীয়ায়ো পিয়ে পানী।
গোম-চকৰীয়াক ঘৰলৈ নানি॥

তাল-যুৰীয়া বহে হাল।
ভাতে নাটে সৰ্ব্বকাল॥
গৰু কিনিবা নিঘুণ বগা।
বোলন্ত ডাকে মই হওঁ লগা॥
গৰু কিনিবা দীঘল-নেজা।
মৈত উঠিলে নহয় কুঁজা॥

কোনোবা কালে যাত্ৰা কৰিব লগীয়া হ'লেও ডাকৰ নীতি বচনলৈ মানুহে এবাৰ চকু ঘূৰাই চায়। এইদৰে আমাৰ সৰ্ব্বসাধাৰণ জীৱনক ডাকৰ বচনসমূহে আৱৰি আছে।*

* "বাংলার লোক-সাহিত্য" গ্ৰন্থৰ লেখক অধ্যাপক আশুতোষ ভট্টাচাৰ্য্যই খনাৰ বচন, ডাকৰ বচনক "নৈসৰ্গিক ছড়া"ৰ ভিতৰত ধৰিছে; আৰু লিখিছে, "ডাক কোন ব্যক্তির নাম নহে, এক শ্রেণীর বৌদ্ধ তান্ত্রিক সাধককে ডাক বলিত।"

অন্তৰালেষু যচ্চিত্তং তচ্চিত্তং সমৰসীগতম্।
ডাকঃ সন্তৰতে তস্মাৎ মহামণ্ডলযোগতঃ॥ —ডাকাৰ্ণৱ

# অ' মোৰ আপোনাৰ দেশ

'হেঁপাহ মোৰ পলোৱা নাই'! সঁচাকৈয়ে পলোৱা নাই! ইমান হেঁপাহ! ইমান আতুৰ হেঁপাহ! চকুৰ আগতে লৈ বিনন্দ-বিলাস ৰূপ চায়েই আছো, চায়েই আছো। অথচ যেন সেই ৰূপৰ ইমানবোৰ চিত্ৰ-বিচিত্ৰ ৰেখা, ইমানবোৰ জাপে-জাপে ৰামধনুৰে বোলোৱা ৰহণ, ইমান চিক্‌মিকনি, ইমান মধুৰ আকৰ্ষণীবোৰ, ইমানযে কিবা ধুনীয়াবোৰ— কৈ কৈয়েই দেখোন শেষ নহয়, আঁকিয়ে আঁকিয়েচোন অন্ত পেলাব নোৱাৰি। এটি মাথোন হেঁপাহ থাকি যায়—'চাই লওঁ তোমাৰ মু'খনি এবাৰ'। এবাৰ—মাত্ৰ এবাৰ—সম্পূৰ্ণ এবাৰ—নোদোহৰাকৈ শুধ্ এবাৰ। কিন্তু ক'তা! আকৌ সেই—'হেঁপাহ মোৰ পলোৱা নাই।' কিমান চাম? চাই চাই দেখোন চায়ে আছো? তথাপি চায়েই থাকিম, চায়েই থাকিম, চায়েই থাকিম—আয়ে মোৰ বুকুৰ মাজৰ সোণাময় ৰতনপুৰখন দেখুৱায়েই থাকিব, চায়েই থাকিম। কেলেইনো? —'চাইনোকৈ থাকিলে হাবিয়াহ নপলায়, নাখালে নুগুচে ভোক।' সঁচাকৈয়ে হাবিয়াহ নপলায় মানে, ভোক নুগুচে মানে, সিহঁত পলাই, গুচি গৈও নপলোৱা নুগুচা হয় মানে চায়েই থাকিম মোৰ আইৰ মানিকীমধুৰি ৰূপ। আইৰ বাৰীৰ ৰমক্-জমক্ ইন্দ্ৰজিত মালতীয়ে মোৰ হিয়াৰ বাৰীত

ছয়া দি ৰীৰিয়া বতাহৰ লগত হিয়াৰ বৰঘৰ, মাৰলঘৰ, চ'ৰাঘৰ, মণিকুটলৈকে মলেমলি গোন্ধেৰে আমোলমোলাই থাকিব। সেই গোন্ধতে মই আইৰ কৰঙণটিকে গাৰু কৰি নিতাল দি পৰি কল্‌মটিয়াই থাকিম, চিল্‌মিল্‌কৈ সপোন দেখিম—আইৰ চেনেহ-সঁফুৰাৰ চাৰিওফালে উৰা ৰামধেনু অঁকা পাখিৰে হাজাৰ-বিজাৰ পখিলীইঁতে পিন্ধোৱা আইৰ বুটা তোলা ৰিহাখন চাই চাই ; মোৰে আইৰ সেউজী-বুলীয়া তেল পৰি পিছলা বন-কৰা মেখেলাখনৰ ওপৰত মোৰ 'কুকুহা পৰিয়া যোৱা', 'গুটি গুটি বন্ধা', ধূলিয়ৰি, কুটকুৰা চুলিবোৰ হোহকা-পিছলা কৰি ; আইৰ চালে চমক্ মাৰি ধৰা, চাই চাই হেঁপাহ পলাই আকৌ চাবৰ মন যোৱা, কৰুণাৰে ভৰা মোৰ আইৰ মুখখনিলৈ চকুৰ চেলাউৰিয়ে পলক নেপেলোৱা-কৈ যেন চায়েই থাকিম ; চিৰদিন ক'ম ক'ম বুলি ভাবি থকা কথাআষাৰ যেন ক'বলৈ পাহৰি যাম, মাত্র চামহে ! টগৰ, খৰিকাজাই, কাঞ্চন, মাধৈমালতী, বাট-দোৱা মালী—উস্, এনে শুৱনী আইৰ কপালীধাৰি ! মোৰ আইজনী কোনোবা ৰাজ্যৰ ৰাণীনেকি, মহাৰাণীনেকি ? মোৰ চিকুণী আইজনী মোৰ হিয়াৰ ৰাণী নহয় জানো ? মোৰ ৰাণীজনীৰ দুটি ৰঙা চৰণৰ ধূলি লৈয়েই থাকিম, অজলা ল'ৰাৰ দৰে সুৰলা মুখ-খনিলৈ চায়েই থাকিম, মনে মনে ভাবিয়ে ৰ'ম—'চাই লওঁ এবাৰ মুখনি তোমাৰ।' আয়ে মুখ ঘূৰাব খুজিলেই ক'ম —'হেঁপাহ মোৰ পলোৱা নাই'—ঠেহ পাতিম ; তেতিয়ানো



বাৰু আয়ে মোৰ চকুলো উপচি যোৱা চকু দুটিত খৰিকাজাইৰ পাহি যেন বগা হাতখনি বুলাই মোক আকৌ এবাৰ চাবলৈ নিদিবনে ? দিব, দিব, মোৰ যে ইমান বুকু-ফটা হেঁপাহ !

"দেহলাও উঠ্‌ আকৌ, মই ইমানকৈ মাতিছো, উঠচোন মোৰ বোপাই, ঠিয় দুপৰ হ'লহি দেখোন। দুটামান পঁইতা ভাত থৈছো, খাৰলি অকণো আছে, পানীটেঙা এধানমানো আছে, পোৰা মাছ নেমুটেঙাৰ পিটিকা একণো আছে। কেলেই, এই বগৰীগুৰি, আমতা ভাল নাপাব জানো ?" আধা ভগা সপোনতে লোভৰ পানী পৰে ! "হেৰ চদকা খোৱাটো, মোৰ সোণটো, উঠ আকৌ, মই কিমান ঘেকেচালি থাকিম, উঠ, নহ'লে কাণখোৱাই কাণখন ছিঙি চোবাই চোবাই খাবগৈ।" টোপনিতে হাঁহি উঠে ! কাণখোৱা হেনো আছে ! আছিল যদিনো বাৰু কৃষ্ণ গোসাঁইৰ কাণ-খন নাখালে কিয় ? "হেৰৌ ধোদৰ পচলা, বাটলু-গুটি, কি টোপনিৰ মৰ্‌ভাও জুৰিছ, ৰ এতিয়া লেকেচি বাঁহৰ এচাৰিৰ চেলাপতীয়া কোবেৰে টিকাত তোৰ বাবৰিফুল বাছিম।" আইজনীও আৰু ভাল শিপিনী ; বিহুৰ গামোচাৰ আগত ফুল নাবাছি মোৰ গছ বগাই ডোখৰে ডোখৰে ছাল ছিগা গাটোহে পালেগৈ ! হক তেও, ঠেহ পাতিবৰে ছেলু এটা ওলাল ! "উঠ মোৰ সোণ, মোৰ কেঁচাসোণ, তোক জানো, মোৰ দেহাটোক জানো, মাৰিব পাৰোঁ ? উঠ্, সৌকেইটা গোলাপী জামুক, সৌকেইটা ক'লা জামুক তোলৈকে তলসৰা

চাই আনি থৈছো। মোৰে শপত, এই পানী গামোচাখনৰ আউঠিতে সৌ ঠেৰেজুচাইটা বান্ধি লৈ যাবি দেই সোণ, মোৰ দেহা, দেই।"

আইজনীয়ে দেখোন খুৱাই থাকে, খুৱায়েই থাকে। মোৰ আই অন্নপূর্ণা লখিমী গোসানীহে যেন। ইমানবোৰ ফল বাৰীয়ে বাৰীয়ে লনা বান্ধি থুপিথুপিকৈ ওলমি আছে। 'নটুৱাটনাক পিন্ধি' দিনটো আৰ বাৰীয়ে তাৰ বাৰীয়ে লেটেকু পনিয়ল বিচাৰি কিমান খাম, কিমান আদ্নাৰ্জি কৰিম, তথাপি দেখোন ক'তা ওৰেই নাই। ইফালে চাগৈ আয়ে আকৌ দুফুটা পকা কঁঠাল, তিনিফুটা শুকান কঁঠাল, এফুটা কেঁচাই খোৱা মিঠা কঁঠাল, চাইচকল পকা আম, শিলৰ খুৰী বাটিটোত পিহনাত পিহা লোণ-জলকীয়া সনা এবাটি টেঙা আম লৈ এবাৰ পছলি-মুখলৈ এবাৰ আকৌ ভিতৰলৈ গৈ মহুৰা-কাঠীকেইটা ফুৰাই লৈ গুণ্‌গুণাইছে ঃ

মোৰে বোপাই সৰু, ৰাখে বৰে গৰু,
ঐ ৰাম, এচাৰি হেৰুৱাই কান্দে কি ৰে।
এচাৰি হেৰুৱাই, ঘৰলৈ বিভিয়ায়
ঐ ৰাম, দিয়কহি এচাৰিপাটে কি ৰে॥

আকৌ কাণ উনিয়াই গম লৈছে—'কিজানি মোৰ বোপাইটো আহিছে বালক। কিজানি সেই বোন্দা মেকুৰীটোৱে তলিয়া উদঙাই দৰিকাত বৰশী বাই অনা ৰাঙলী পাভ মাছৰ খুটুৰা-কেইটা খাইছেই।"—সুজলা-সুফলা আয়েনো মোক আৰু কি



খুৱাবলৈ বাকী থৈছে! আহুদি খুৱাই খুৱাই দিনে-ৰাতিয়ে স্বপ্নকেহে দেখুৱাইছে—"চাই লওঁ এবাৰ...হেঁপাহ মোৰ পলোৱা নাই!" 'মোৰ সোণ, মোৰ কেঁচাসোণ, মোৰ দেহা, মোৰ দেহলাও, মোৰ লাহৰী, মোৰ সাদৰী, মোৰ জীউ, মোৰ বুকুৰ জীউ...'!—আয়ৈ দেহী! মোৰ আইৰনো কেনে চেনে-হতে পমি যোৱা মাত! কেনে সুৱদি, কেনে সুৱীয়া!— 'কেঁচাসোণ'—ইমান সুৱলাকৈ আৰু কোনোবাই কাৰবাক মাতিছেনে! ক'তা জগতৰ চাৰি চুক মাৰি ঘূৰিলো, জনমটোও পাত কৰিলো; ক'তো দেখোন ইমান বেথাতে পমা হিয়াৰ মাত এযাৰ নুশুনিলো—'কেঁচাসোণ'! জগতত কিমানবোৰ লাখ-বিলাখ ভাষা, বিন্দু-বিন্দু দোৱান শুনিলো; শবদৰ ভঁৰালত কিমানবোৰ মুকুতা থালিয়ে-থালিয়ে দোণ-মূৰীয়া হৈ ওপচ খাই পৰি থকা দেখিলো; কিন্তু ক'তা, 'কেঁচাসোণ' চপৰাৰ নিচিনাকৈ একোটোৱেইতো মোৰ চকু চাট মাৰি নধৰিলে; এযাৰি মাতেওতো মোৰ কাণৰ বতাহৰ ওপৰে এনে ঠেও লগাই 'ৰুণুক-জুনুক্ কৰি নেপূৰ বজাই' নগ'ল, এযাৰিওতো হিয়া জুৰ কৰা সম্বোধন বিচাৰি নেপালো। দেহি ঐ! কেনে বৈ যোৱা নিজৰাৰ লাহৰী কোমল মাতটি—'কেঁচাসোণ'! কৈ থাকাঁ, কৈ থাকাঁ, শুনিয়ে থাকিম, শুনিয়েই থাকিম— 'কেঁচাসোণ, কেঁচাসোণ ...।' কুলিয়ে আম-পাতৰ আঁৰৰপৰা লেনিয়াই কোৱঁা—'কেঁচাসোণ'; কেতেকীয়ে জোনাকত ৰজন্-জনাই দিয়ঁা—'কেঁচাসোণ'; মইনাই আন্ধাৰ নিশা মিহি সুৰে

বননি চৌ-চৌৱাই চপ্-চপাই যোৱাকৈ মাতৰ নৈ মেলি পঠিৱাঁ—'কেঁচাসোণ,' মোৰ হিয়াৰ চেনেহীজনীয়ে অচেতন টোপনিতে প্ৰতিধ্বনি কৰি তোলাঁ—'কেঁচাসোণ'! ইমান নিৰ্ম্মল, ইমান নিমজ, ইমান সহজ, ইমানবোৰ হিয়া সোমাই থকা, ইমানবোৰ চকুৰ পলক চৰাই থকা, ইমানবোৰ হাঁহি বগৰাই থকা, ইমানবোৰ চকুপানী ঢালি থকা চেনেহৰ মাতনো আৰু ক'ত শুনিম! স্বৰ্গত জানো ইমান প্ৰাণময় ভাষা আছে —'কেঁচাসোণ'! আকৌ মাতাচোঁন, আকৌ মাথোন এবাৰ মাতাচোঁ। এবাৰ মাথোন শুনি যাওঁ। জীৱনতো শুনি যাওঁ, মৰণতো শুনি যাওঁ, তেহে কিজানি এবাৰ স্বৰ্গতো মাতি সুখ পাম—'কেঁচাসোণ!' আৰু নৰক—নৰকতো যদি এবাৰ কোনোবাই 'কেঁচাসোণ' বুলি সম্বোধে, নৰকো দ্বিতীয় নহয়, অদ্বিতীয় স্বৰ্গ হৈ যাব। ইমান স্বৰ্গৰ অমিয়া-সনা মাত স্বৰ্গতেই নাই কিজানি! এনে মইনা-মাত মাতিবলৈ বনৰ মইনায়ো জানো সাধনা কৰিছিল? "চ'ই, চ'ই, মইনা, শুই থাকাঁ, মই কাষতে আছো, মই এয়া কপালত হাত বুলাই আছো, চ'ই, চ'ই।"

আমাৰে মইনা শুব এ,
বাৰীতে বগৰী ৰুব এ,
বাৰীৰে বগৰী পকি সৰিব,
মইনাই বুটলি খাব এ।

—ও খাবতো, কেলেইনো নাখাব? মইনাই লাহৰী-মাত শুনি



টোপনি গৈ সপোন পুৰীৰ হীৰা যেন বগৰীবোৰ নেখাবই থাকিবলৈ আহিছেনে?

ধূলি-ধেমালিত কান্দিবলৈ জানো মিঠা নালাগে? সেয়া হাঁহিৰ মাজৰ চকুপানী নহয় জানো?—

কাম চৰাইৰ ৰঙা ঠোঁট
তাতে দিলে সেন্দূৰ ফোঁট,
পিতাদেউ ঐ, দূৰৈকৈ নিদিবি মোক?

—ও, কেলেইনো দিব দূৰৈকৈ? এনে ঠুনুক্-ঠানাক্ লাহৰী মাতটি জানো 'দিখৌ পাৰ কৰি' দূৰৈকৈ বিয়া দিবলৈ পিতাদেউৰ সত যাব? দিলেনো 'কেঁচাসোণ' বুলি পিতাদেৰে কাক মাতিব, কোন সেন্দূৰীয়েনো বাৰু কাম চৰাইৰ সেন্দূৰীয়া ঠোঁটতে মিজৰ কপালৰ সেন্দূৰৰ ফোঁটটো পিন্ধাই দিব পাৰিব? দূৰৈকৈ নিদিলেও জানো আহুকাল নহয়—দৰাটো বা এতিয়া কেনেকুৱা হয়!—সন্ধিয়াৰ সৰু তৰাই তেও ভালে-বেয়াই তাৰে বতৰাফেৰা আনি দিলেহি,—

জোনৰে আগৰে একেটি তৰা,
আয়ে বিয়া দিলে গঁঠীয়া দৰা।

গঁঠীয়াটোও ইপিনে সাধাৰণ পুৰুষ নহয়, গতিকে 'শহুৰৰ জীয়েকে' তাৰ চকুত ধেমালি কৰাৰে ধূলি এচাটি মাৰি খচৰাই কৈ পেলালে,—

হেৰ তই গঁঠীয়া নেপাৰ অ' গালি
আইৰ ঘ'লৈ যাম ভৰি পখালি।

ভৰি পখালিবলৈ মনত পৰাৰ লগে লগেই 'কমোৱা তুলোবোৰ যেনেকৈ উৰিছে তেনেকৈ উৰিবৰ মন।' মনৰ মাজত কতনো বেজাৰৰ, বেথাৰ ঘিট্‌ঘিটনি—ঠিক জানিবাঁ তাঁতৰ শালৰ বণকোৱা মাকোটোহে! কেনে মিঠা "লাহৰী চেনাইৰে কথা!" অথচ কেনে তিতা!—

লাহীকৈ কেতেকীৰ পাহি তই, চেনাই ঐ,
লাহীকৈ কেতেকীৰ পাহি,
বুকুত দিয়ে গ'লি জীয়া জুই একুৰা,
মুখৰ লৈয়ে গ'লি হাঁহি।

থক হিয়াৰ জুই হিয়াতে! সুৰদিসুৰীয়া 'অতি চেনেহৰ বহাগৰ বিহুটি টিকাত চাপৰ মাৰি যায়', কাৰণ দিখৌ নৈও এৰিব পাৰি, জাঁজীনো কোন কুটা? সেই বুলিনো বিহুটো কেনেকৈ এৰোঁ?" ইমান লনী হাঁহি, ইমান চেনেহী সুৰ মোৰ বিহুৱে নানিলেনো কোনে আনি দিবহি? 'বিহুৰ বিৰিণা পাতে'ও যেন চ'তালী বতাহত হালি-জালি কান্দি কৈছে,— 'বিহু গ'লে বিনাবি কাক?" উস্ ইমান সৰল, ইমান সহজ, ইমান মিঠা, ইমান লনী, ইমান প্ৰাণ ভৰা, কেঁচাসোণ-ভাষাৰে জগতৰ কোনোবাই জানো কাৰাবাক মাতিছে, কোনোবাই জানো কাৰবাক নিজৰ চেনেহৰ কথাবোৰ ক'ব পাৰিছে! একেটি শবদেই যেন একোটি কবিতা! "অ' মোৰ সুৰীয়া মাত, অসমৰ সুৰদি মাত।" পৰ্ব্বত-কন্দৰ, নৈ-নিজৰা



চৌ-চৌৱাই, ৰৌ-ৰৌৱাই, কল্-কলাই, ভল-ভলাই থকা সুৰীয়া মাত, দেৱতায়ো জানো এনে পৱিত্ৰ ভাষাৰে কথা ক'ব পাৰিছে? দেৱতাৰ মিলন-পতুলিত জানো কোনোবাই এইদৰে লনী জাতেৰে গাইছে?—

সখী মোৰ, ওলাল জাকি মাৰি
সখী মোৰ, পুখুৰীৰ মোৱা মাছ,
সখী মোৰ, প্ৰাণে হৰি ঐ, ওলাল জাকি মাৰি তৰা।

দেৱতাকো জানো বনকৰা পাগ্, তুলসীৰ মালা, চন্দনৰ ফোঁট, কাণৰ লোকাপাৰ, গোঁফৰ বৰৈ, কোটমণিৰে জিলিকা বুকৰ বিজুলী বিৰি, চাপকণ, বুকুচোলা, মুগাৰ চুৰিয়া, সুগৰি হৰিণীৰ ছালৰ ভৰিৰ পানৈযুৰি পিন্ধাই, 'জাতি চন্দনৰে এচাটি মাৰি', চোঁৱৰ পহুৰ ফানেৰে বিচি আয়তীসকলে মাজত লৈ উৰুলি জোঁকাৰ দি দি গাইছে?—

বাৰীৰ পিছেফালে কজলা উৰহী
পাতে তিৰেবিৰে কৰে,
ৰামচন্দ্ৰৰ গাকতে গিলিপ্ নাইকিয়া,
চকে তিৰেবিৰে কৰে॥

ইপোনে আকৌ ইমান কৰুণা, ইমান ভকতি-ৰসেৰে ভৰা গীত কাৰবাৰ কণ্ঠত ফুটিছেনে?—

উজাই আহিলে আইৰে সাতভনী
বালিতে পাতিলে বহা,
গোপিনীসকলে গাবকে নোৱাৰে
আয়ে লগাই দিয়া ঘোষা।

দয়ালী আইৰ সোণৰ নাওৰেনো কি ৰূপ নচৰিছে !—

সোণৰ নাৱেখনি ৰূপৰ ব'ঠাডালি
বৈচাই আনিছে বাই ॥
আয়ে স্নানে কৰা সোণৰ পানীচ'ৰা
বৈচাই আনিছে বাই,
চৰাই হালধীয়া, আই বিনন্দীয়া,
উপমা দিবলৈ নাই ॥

সঁচাকৈয়ে এনে বিনন্দীয়া ৰূপত, এনে বিনন্দীয়া সুৰৰনো বাৰু উপমা ওলাব ক'ত ?

'মোৰ'—একেবাৰেই মোৰ নিজৰ আপোনৰ আপোন একেবাৰেই বুকুৰ মাজৰ দেশ এইখন, চিৰ-চেনেহৰ আইজনী, চিৰ-সুৰদি হৃদয়ৰ ভাষা ! তাৰ উপমা নাই। জগতৰ সকলো সৌন্দৰ্য্য থূপ খাই একে ঠাই হৈও চেৰ পেলাব নোৱাৰে এই অনিন্দনীয় ৰূপ, শব্দ, সৌৰভ,—স্বৰ্গ আৰু মৰ্ত্ত্য মিলন হৈ যেন সেইবোৰ সৃষ্টি কৰি থৈছে।

# গীতৰ পুথি

অন্নদা দেৱী বৰকটকী, নামাঞ্জলি, যোৰহাট, ১৮৭১ শক
অন্নদা দেৱী বৰকটকী, বিয়ানাম, যোৰহাট, ১৮৭০ শক
জ্ঞানদা দেৱী, নামতী, গুৱাহাটী, ১৯৫৪
ডাক-চৰিত্ৰ, এজেঞ্চি কোম্পানী, ডিব্ৰুগড়
ডিম্বেশ্বৰ নেওগ, আকুল পথিক, গুৱাহাটী, ১৯২২
ডিম্বেশ্বৰ নেওগ, ভোগজৰা, ধুবুৰী, ১৮৫০ শক
দিবাকৰ দুৱৰা, নামতী আই, ডিব্ৰুগড়, ১৯৪৮
দুৰ্গানাথ বৰুৱা, নামতি, শ্বিলং, ১৯৪৮
নকুলচন্দ্ৰ ভূঞা, বহাগী, ডিব্ৰুগড়, ১৯২৩
নন্দেশ্বৰ চক্ৰৱৰ্ত্তী, বিয়া-নাম, ডিব্ৰুগড়, ১৯৪৮
নামতি বাই: ডিব্ৰুগড়, ১৯৪৬
প্ৰসন্নচন্দ্ৰ বৰুৱা, কামৰূপীয় বিয়াৰ গীত, কমাৰকুছি, ১৯৪৫
ভদ্ৰসেন বৰা, ফুলকোঁৱৰ, ডিব্ৰুগড়, ১৯০৩
ভদ্ৰসেন বৰা, মণিকোঁৱৰ, ডিব্ৰুগড়, ১৯০৩
ভুবনমোহিনী বৰানী, বিয়াৰ নাম, গুৱাহাটী
মহেশ্বৰ নেওগ, চটাই পৰ্বত আৰু ছিৰি লুইত, পাঠশালা
মুহিবুল হুছেইন, হজৰত আজান পীৰ, শিৱসাগৰ
ৰূপেশ্বৰ দত্ত, জনাগাভৰুৰ গীত, যোৰহাট, ১৯২৫
লীলা গগৈ, মণিৰাম দেৱানৰ গীত, শিৱসাগৰ, ১৯৫৭
সূৰ্য্যকুমাৰ ভূঞা, বৰফুকনৰ গীত, গুৱাহাটী, ১৯২৪